# অৱন্তী কুমাৰী

(পৌৰাণিক তিনি অঙ্কীয়া নাটক)




লিখক—

শ্ৰীললিত কুমাৰ ভাগৱতী

জামুগুৰী (নন্দিকেশ্বৰ)

তেজপুৰ

মূল্য—১।০ অনা

প্ৰকাশক—

শ্ৰীললিত কুমাৰ ভাগৱতী।

জামুগুৰী ( নন্দিকেশ্বৰ )

তেজপুৰ।

প্ৰথম সংস্কৰণ ১৯৪৮

---

তেজপুৰ ভাৰতী প্ৰেছত —শ্ৰীসুখেশ্বৰ শৰ্ম্মা বৰঠাকুৰৰ দ্বাৰা ছপা কৰা হ'ল।

# উছৰ্গা

স্নেহাস্পদ ভাই—

৺বিপিন চন্দ্ৰ ভাগৱতীৰ

আশীৰ্ব্বাদৰ চিন-স্বৰূপে

এই "অৱন্তীকুমাৰী" নাটক খনি

অৰ্পণ কৰিলো।

ইতি—

সাং নন্দিকেশ্বৰ
জামুগুৰী

দুৰ্ভগীয়া দাদা

# পাতনি

অসমীয়া নাটকৰ অভাৱ অভিযোগ লক্ষ্য কৰি মোৰ এই ক্ষুদ্র মগজেৰে "অবন্তীকুমাৰী" নাটক লিখি ৰাইজৰ আশীৰ্ব্বাদেৰে কৃতাৰ্থ হম বুলি আশা কৰিলো। অনেক দিনৰ পৰাই প্রবল ইচ্ছা থকা স্বত্তেও সময়ৰ অসুবিধাত আধা লিখা অৱস্থাতে পৰি আছিল। এতিয়া ভগবানৰ কৃপাত আৰু ৰাইজৰ পদ-ধুলি মূৰত লৈ কৃতকাৰ্য্য হব পৰাত মনক প্রবোধ দিব পাৰিছো। মানুহৰ অনেক বিপদ বিঘিনিৰ মাজেদি যে অৱশেষত সুখ-শান্তিৰ ছবি জিলিকি উঠে এই অবন্তীকুমাৰী নাটকতেই তাৰ পৰিচয় ফুটি ওলাইছে। মোৰ জীৱনত এয়ে প্রথম কিতাপ লিখি প্রকাশ কৰিছো। নাটক খনিৰ সৌন্দৰ্য্য বৃদ্ধি কৰিবৰ কাৰণে মাজে মাজে স্বাভাৱিকতে কল্পনাৰ সহায় লব লগা হৈছে। এনে কৰাত যদি কোনো ঠাইত মূল ঘটনাৰ বিকৃত হব খুজিছে তেন্তে পাঠক পাঠিকা সকলে যেন মোৰ দোষ মাৰ্জ্জনা কৰে! চতিয়া গবৰ্ণমেণ্ট এম্ ভি স্কুলৰ শিক্ষক শ্রীযুত হেমচন্দ্র হাজৰিকাই নাটক খনি হাতে লিখা অৱস্থাতে এবাৰ ভালকৈ চকু ফুৰাই চাই ভুল আদি সংসোধন কৰি দিয়াত তেখেতক অন্তৰেৰে ধন্যবাদ জনাইছো। ইয়াৰ উপৰিও ২।১ জন অভিজ্ঞ লোকক নাটকখন দেখুৱা হৈছে। নাটকখন মঞ্চস্থ কৰা যি কোনো নাট্য পৰিচালকে বা সহৃদয় দৰ্শকে কোনো মূল্যবান উপদেশ দিলে অতি আগ্রহেৰে গ্রহণ কৰা হব।

লিখক—

# নাটকীয় চৰিত্ৰ পৰিচয়।

পুৰুষ—

| | | | |
|---|---|---|---|
| দুৰ্জ্জয়সিংহ | ... | ... | অৱন্তীৰ ৰজা। |
| নৱৰত্ন | ... | ... | ঐ মন্ত্ৰী। |
| অনন্তৰাম | ... | ... | ঐ সেনাপতি। |
| ব্ৰজসিংহ | ... | ... | ঐ পালি সেনাপতি। |
| বল্লভসেন | ... | ... | ভূতপূৰ্ব্ব মন্ত্ৰী-পুত্ৰ। |
| ৰণবীৰ | ... | ... | বল্লভসেনৰ ভাই। |
| অময়ানন্দ | ... | ... | আশ্ৰমৰ প্ৰধান সেৱক |
| ভাগীৰথ | ... | ... | অময়ানন্দৰ শিষ্য। |
| গোপীকান্ত | ... | ... | অময়ানন্দৰ শিষ্য পিচত বল্লভসেনৰ সহচৰ। |
| দূৰ্ব্বাসা | ... | ... | ঋষি। |
| জপলু | ... | ... | বন্য চৰ্দাৰ। |
| বিনু, ৰিনু, জিনু | | ... | জপলুৰ পুত্ৰ। |
| জটীল | ... | ... | উমাকান্তীৰ পুত্ৰ। |

১ম নাগৰিক, ২য় নাগৰিক; দূত, প্ৰহৰী, সৈন্য, ঘাটক বাটকৰা, ১ম সৈন্য, ২য় সৈন্য, ধুলীয়া খুলীয়া ইত্যাদি।

স্ত্ৰী—

| | | | |
|---|---|---|---|
| চন্দ্ৰা | ... | ... | অৱন্তী ৰাণী। |
| উমাকান্তি | ... | ... | অৱন্তী ৰজাৰ কন্যা। |
| মনোমায়া | ... | ... | বল্লভসেনৰ স্ত্ৰী। |

নৰ্ত্তকী, অৱন্তীৰ গোপিনী সকল, ৰক্ষী, নৰ্ত্তকী ইত্যাদি।

---

# অৱন্তী-কুমাৰী

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

সময় দুপৰীয়া

[ স্থান—আশ্ৰম, সন্মুখত গৌৰাঙ্গ মূৰ্ত্তি, ওচৰত ধূপ, ধূনা নৈবেদ্য আদিৰে পৰিপূৰ্ণ। অনেক যাত্ৰীৰ সমাগম হয়। যাত্ৰী সকলে মূৰ্ত্তি দৰ্শন কৰি ফুল নিৰ্মালি লৈ গুচি যায়। ওচৰতে আশ্ৰমৰ সেৱক অময়ানন্দই এক স্ত মনে বহি ধ্যান কৰে। ভাগীৰথ, গোপীকান্ত আদি শিষ্য সকলে খোল তাল সংকীৰ্ত্তন কৰে। ]

ভাগীৰথ, গোপীকান্ত :—গীত

ভজ নন্দ দুলাল ভজ নন্দ দুলাল
যশোদা দুলাল গোবিন্দ গোপাল
জয় হে।

[ মূৰ্ত্তিৰ প্ৰতি সকলোৱে সেৱা কৰে ]

অময়ানন্দ—শুনা ভাগীৰথ শুনা গোপীকান্ত ; আমি সংসাৰত কেবল পেটটো পুহিবৰ কাৰণেই জীৱন ধাৰণ কৰা নাই। সংসাৰত আমি সকলো ৰং, তামাচা শুখ ভোগ কৰিব লাগিব। কেবল দিন ৰাতি ভগবানৰ ওচৰত আঠু পেলাই ভক্ত হলেই নহব সুৰাপান, নাচ-গান পূৰাদমে চলিব লাগিব। স্বয়ং ভগবান শ্ৰীকৃষ্ণৰ কথাকে চোৱাচোন তেও গৰু ৰখাৰ পৰা আৰম্ভ কৰি গোপিনী সকলৰ লগত প্ৰেমত পৰি কি অসাধ্য সাধন কৰি গৈছে জানাইতো ?

ভাগীৰথ— হয়, ঠিক কথা। আমাৰ মাত্ৰাতো অলপ কমাই দিয়া হৈছে। প্ৰভু গৌৰাঙ্গ দেৱে কৰালে কোনো চিন্তাৰ কাৰণ নাই। আমাৰ তুৰ্জ্জয়সিংহ স্বৰ্গদেৱেতো আমাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে।

গোপীকান্ত—দিন গৈ আছে আৰু গৈ থাকিব। সেই হিচাবে আমাৰ কাম হৈ আছে আৰু হবও। কিন্তু এনে পবিত্ৰ আশ্ৰমত সেই অমঙ্গলিয়া কথা বিলাক আলোচনা কৰাৰ কোনো আবশ্যক নাই।

ভাগীৰথ—থৈ দিয়াহে তোমাৰ বকলাখন। ৰজাই যে তেওঁৰ সম্মুখত সুন্দৰী সকলৰ নৃত্য চাই আনন্দ কৰিব পাৰে, আমিনো নোৱাৰো কিয় ?

গোপীকান্ত—তুমি জানো ৰজা ?

ভাগীৰথ— ৰজা নহলেও ৰজাতকৈ মোৰ চৌদ্ধ গুণ উৎসাহ আছে জানা ?

অময়ানন্দ—হেৰা গোপীকান্ত, যদি তুমি নাচ-গান আৰু সুৰা পানৰ ভাগ নোলোৱা তেন্তে নিশ্চয় জানিবা মই স্বৰ্গদেৱক কৈ তোমাক সৰ্ব্বস্বান্ত কৰাম।

গোপীকান্ত—মই যিটো বস্তু বেয়া পাওঁ; তাত তুমি জোৰ কৰিবৰ কোনো অধিকাৰ নাই।

ভাগীৰথ—বাৰু সেৱে হওক। তুমি চকু মুদি থাকা। আমি আমাৰ কাম কৰি যাও।

অময়ানন্দ—[ বংশীধ্বনি কৰে, এজন আশ্ৰম বাসী সোমাই আহে ] যা—আশ্ৰম কুমাৰী সকলক লৈ আহ আৰু লগতে চিৰাজী।

গোপীকান্ত—[ স্বগতঃ ] কি দুৰ্গতি কৰিলা প্ৰভূ!

[ আশ্ৰম বাসীৰ লগত আশ্ৰম কুমাৰী সকল আহে আৰু আশ্ৰম বাসী জনে দুটা মদৰ বটল ভাগীৰথ ও অময়ানন্দক দিয়ে ]

অময়ানন্দ—মন মোহিনীসকল তোমালোকে মোৰ মন-প্ৰাণ শীতল কৰিবৰ কাৰণে এটা গান গোৱাচোন।

[ কুমাৰী সকলে গান গাই নাচে; অময়ানন্দ আৰু ভাগীৰথে মদ খাই কুমাৰীৰ লগত নাচিবলৈ ধৰে ]

গোপীকান্ত—শ্ৰীবিষ্ণু! শ্ৰীবিষ্ণু [ দুই হাতেৰে নিজৰ চকু ঢাকি ধৰে ]

ভাগীৰথ—চাবাইছ! চাবাইছ! ফুৰ্ত্তি চলাও ফুৰ্ত্তি চলাও।

[ মদৰ নিচাত ইফালে সিফালে চলি যায় ]

অময়ানন্দ—[ সুৰ লগাই ]বাহ বা। বাহ বা! সুন্দৰ সুন্দ

[ কুমাৰীৰ হাতত ধৰি নাচিবলৈ ধৰে ]

ভাগীৰথ—[ হঠাৎ দূৰলৈ লক্ষ কৰি ] সোৱা, ৰাজ-কুমাৰী আহিছে, তোমালোক যোৱাগৈ। [ কুমাৰী বিলাকৰ প্ৰস্থান ]

গোপীকান্ত—[ চকু মেলি ] উঃ! ৰক্ষা পালো বোপাই। এই অমঙ্গলীয়া বিলাক গল।

[ ৰাজকুমাৰী উমাকান্তী আহি সেৱা কৰে ]

অময়ানন্দ—[উমাকান্তীক নিৰ্ম্মালি দি ] এই নিৰ্ম্মালি লোৱা। আজি যাত্ৰী বেছি হোৱাৰ কাৰণে মহা-ৰাজক দেখা কৰিব নোৱাৰিলো।

উমাকান্তি—[নিৰ্ম্মালি লৈ] প্ৰভু! যোৱা ৰাতি মই এটা বৰ বেয়া সপোন দেখিছিলো।

অময়ানন্দ—ৰাজ কুমাৰী! কোনো চিন্তা নকৰিবা। গৌৰাঙ্গ মহাপ্ৰভুৰ কৃপাত সকলো বিঘিনি দূৰ হব।

[ উমাকান্তিৰ প্ৰস্থান ]

ভাগীৰথ—ৰাজকুমাৰী এতিয়া থাকে ক'ত?

অময়ানন্দ—ক'ত থাকিব; দুৰ্ব্বাসাৰ আশ্ৰমত। কিছু দিন ৰাজ-প্ৰসাদতো আছিল। বিধবা হোৱাৰ পিচতেই দুৰ্ব্বাসা ঋষিৰ সেৱা-শুশ্ৰূষাৰ ভাৰ লৈছে।

[ অনন্তৰামৰ প্ৰবেশ ]

অময়ানন্দ—আহক, সেনাপতি ডাঙৰীয়া।

অনন্তৰাম—[ স্বগতঃ ] ছলৰ দ্বাৰাই ছল কাঢ়িব লাগিব। এই ভণ্ড তপস্বীৰ সাহায্যতেই মোৰ জীৱনৰ সুখৰ-সপোন গঢ়ি তুলিব লাগিব। অৱন্তীৰ সিংহাসন লাভ কৰি তাৰ পিচত······[প্ৰকাশ্যে] প্ৰণিপাত··· দেৱ!

ভাগীৰথ—সেনাপতি ডাঙৰীয়া দেখোন ক্ষীণাই গৈছে।

অনন্তৰাম—অৱন্তীৰাজ্যৰ গোটেই জুই এই মূৰৰ ওপৰত লৰ লগা হৈছে। গুৰুদেৱ! আপোনাৰ লগত এটা অতি আৱশ্যকীয় কথা আছে। কিন্তু গোপনে।

অময়ানন্দ—তেন্তে আহক।

[ গোপীকান্তৰ বাহিৰে সকলোৰে প্ৰস্থান ]

গোপীকান্ত—ও —এইবাৰ সেনাপতিয়ে নিশ্চয় কু-অভিসন্ধিৰ দ্বাৰা নিজৰ স্বাৰ্থ পূৰণৰ চেষ্টা কৰিছে। কিন্তু গোপীকান্ত জীৱিত অৱস্থাত সেইটো নহৈছে। দেখা যাওক—ক'ৰ পানী কলৈ যায়।

[ প্ৰস্থান ]

# দ্বিতীয় দৃশ্য

## দুৰ্ব্বাসাৰ আশ্ৰম

## সময় ৰাতিপুৱা

[ দুৰ্ব্বাসাৰ শিষ্যবিলাকে গীত গায় ]

শিষ্যবিলাক— ( গীত )

( গীতৰ শেষত হাতত ত্ৰিশূল লৈ দুৰ্ব্বাসা আহে )

দুৰ্ব্বাসা—ওঁ শান্তি! ওঁ শান্তি! ওঁ শান্তি!

কৰ্ম্ম, কৰ্ম্ম,
বিশাল ব্ৰহ্মাণ্ড কৰ্ম্মৰ সেৱক;
নানা ৰূপে অৱতাৰ
কৰিছে ধাৰণ।
এইবাৰ নৰৰূপে অৱতীৰ্ণ কৰি
দুৰ্ব্বাসাৰ ব্ৰহ্মবাণী—
কৰিম সফল।
যোৱা শিষ্যসকল
কৰাগৈ পূজা আয়োজন।

( শিষ্যবিলাকৰ প্ৰস্থান )

( ডিঙি ও মূৰত ফুলেৰে সুশোভিত হৈ উমাকান্তি আহে )

উমাকান্তি—দেবৰ্ষি! অভাগিনীক কৃপা কৰক। (দুৰ্ব্বাসাৰ চৰণত পৰি সেৱা কৰে)

দুৰ্ব্বাসা—আই উমা! তোমাৰ সেৱা শুশ্ৰূষাত মই বৰ সন্তোষ পাইছো। তোমাক মই আশীৰ্ব্বাদ দিছো যে অতি সোনকালে পুত্ৰৱতী হোৱা।

উমাকান্তি—(উচপ খাই উঠি) ই কি কৰিলে গুৰু দেৱ! বিধবাৰ সন্তান লাভ! চাৰিও ফালে হাহাঁকাৰ হৈ উঠিব।

দুৰ্ব্বাসা—ই অব্যৰ্থ আৰু ঘূৰাব নোৱাৰি। যোৱা কোনো চিন্তা নকৰিবা। সেই তোমাৰ পুত্ৰ নাৰায়ণৰ দ্বাৰাই পাপী ধ্বংশ হব। মাভৈ মাভৈ [ প্ৰস্থান ]

উমাকান্তি—নাজানো ভবিষ্যত কি হয়। ভগৱান! সকলো অপায় অমঙ্গলৰ পৰা ৰক্ষা কৰিবা।

( প্ৰস্থান )

## তৃতীয় দৃশ্য

(সু-সৰ্জ্জিত অৱন্তীৰ ৰাজ সভা; সিংহাসনত দুৰ্জ্জয়-সিংহ তেওৰ চাৰিওফালে মন্ত্ৰী, অনন্তৰাম, নৱৰত্ন নিজ নিজ আসনত বহি আছে। অলপ দূৰত পাৰিষদ, বিধয়া আৰু দূত, প্ৰহৰী সকল)

দুৰ্জ্জয়সিংহ— মন্ত্ৰী! মই তাইক কোনোমতেই ক্ষমা কৰিব নোৱাৰো। উঃ! হতভাগিনীয়ে মোক কি সৰ্ব্বনাশ কৰিলে। মোৰ পবিত্ৰ বংশৰ চিৰদিনলৈ কলঙ্ক আনিলে মই ৰজা হৈ ৰাজ-নীতি অৱহেলা কৰিব নোৱাৰো।

নৱৰত্ন—তেন্তে ৰাজ-কুমাৰীৰ অৱস্থা কি হব স্বৰ্গদেৱ ?

দুৰ্জ্জয়সিংহ—যেনে কৰ্ম্ম তেনে ফল ভোগ কৰিবই লাগিব। আজি মই স্নেহৰ বশবৰ্ত্তী হৈ সেই অসতী কন্যাক ৰাজ প্ৰাসাদত পুনৰ আশ্ৰয় দি অৱন্তী ৰাজ্যত অশান্তিৰ সৃষ্টি কৰিব নোৱাৰো।

নৱৰত্ন—তথাপি এবাৰ ভালকৈ চিন্তা কৰি চাওক স্বৰ্গদেৱ! মহৰ্ষি দুৰ্ব্বাসাৰ বৰত উমাকান্তীয়ে পুত্ৰ লাভ কৰিছে। ৰাজ কুমাৰীৰ কোনো পৰ-পুৰুষৰ লগত সম্বন্ধ ঘটা নাই। দেবৰ্ষিৰ আশীৰ্ব্বাদত পুত্ৰ জন্ম হৈছে। মোৰ অনুমান সেই সন্তানে আপোনাৰ বংশ উজ্জ্বল কৰিব।

দুৰ্জ্জয়সিংহ—অসম্ভব! আপোনাৰ এই কথা কেতিয়াও সমৰ্থন কৰিব নোৱাৰো। আজি কালি আগৰ দৰে গৌৰাঙ্গ মন্দিৰৰ পৰা নিৰ্ম্মালি লৈ কোনো আশ্ৰম-বাসীয়েই মোৰ ইয়ালৈ অহা নাই। গৌৰাঙ্গ প্ৰভুয়ে কৈছে যে অতি শীঘ্ৰেই অৱন্তী ৰাজ্যৰ পতন হব। মোৰ নিজৰ সুখ-শান্তিলৈ লক্ষ কৰা নাই মন্ত্ৰী। প্ৰজাৰ সুখেই মোৰ সুখ। মই সিংহাসনত বহি অন্যায়-অত্যাচাৰৰ বশীভূত হৈ সমাজৰ মেৰু দণ্ড ভাঙি পেলাব নোৱাৰো

অনন্তৰাম—নিশ্চয় নিশ্চয়।

নৱৰত্ন—সমাজৰ এটা ভূল সিদ্ধান্তত মান্তি হৈ ভৱিষ্যত এটা বিপদৰ বোজা মূৰত তুলি নলব। এটা নিৰ্ব-

এটা নিৰপৰাধী প্ৰাণীৰ অন্তৰত আঘাট দি অৱন্তী ৰাজ্যৰ চিৰ-পবিত্ৰ মধুময় স্মৃতি লোপ কৰিবৰ চেষ্টা নকৰিব। এই হতভাগ্যৰ অমূল্য উপহাৰ প্ৰত্যাখান নকৰিব।

অনন্তৰাম—যদি সচাকৈয়ে ৰাজ-কুমাৰী অসতী নহয়, তেন্তে শত-সহস্ৰ বাধা বিঘিনিৰ মাজতো সত্যৰ ছবি ভাহি উঠিব। বৰ্ত্তমান আমি ৰাজ-কুমাৰীক অৱন্তী ৰাজ্যত স্থান দিয়াতো উচিত বুলি ভাবিব নোৱাৰো।

দুৰ্জ্জয়সিংহ—ঠিক কথা; প্ৰজাৰ মনত অসন্তোষৰ সৃষ্টি কৰি সমাজৰ বিৰুদ্ধে ঠিয় হবলৈ মোৰ শক্তি নাই।

(দূতৰ প্ৰৱেশ)

দূত—মহাৰাজ! ৰাজকুমাৰী আহিছে।

দুৰ্জ্জয়সিংহ—যা সেই ব্যভিচাৰিণীক অৱন্তী ৰাজ্যৰ বাহিৰ কৰি খেদি দে। যদি কোনোবাই তাইক স্থান দিয়ে; তেন্তে তাক উপযুক্ত শাস্তি বিধান কৰা হব।

(দূতৰ প্ৰস্থান)

নবৰত্ন—ভগৱান! ই কি তোমাৰ লীলা!

দুৰ্জ্জয়সিংহ—আজিলৈ সভা ভঙ্গ। (দুৰ্জ্জয়সিংহৰ বাহিৰে সকলোৰে প্ৰস্থান) কঠোৰ কৰ্ত্তব্যৰ মাজত পৰিছোঁ। একালে সমাজ আৰু আন কালে মোৰ বিধবা কন্যাৰ পুত্ৰ লাভ। চাৰিওফালে অশান্তিৰ জুই জ্বলি উঠিছে।

(চন্দ্ৰাৰ প্ৰৱেশ)

চন্দ্ৰা—অশান্তিৰ জুই ইচ্ছা কৰিলেই নুমাব পাৰি। মোৰ

মোৰ একমাত্ৰ স্নেহৰ উমা তাইকো আজি আপুনি ৰাজ্যৰ পৰা বাহিৰ কৰিছে।

দুৰ্জ্জয়সিংহ—মোক উন্মাদ নকৰিবা ৰাণী! তোমাৰ এই বৃথা অনুৰোধেৰে মোৰ কৰ্ত্তব্য পাহৰাই নিদিবা। ৰাণী। মোৰ পৱিত্ৰ বংশৰ দুৰ্গন্ধ আবৰ্জ্জনা আজি দূৰ কৰিম। ই মোৰ দৃঢ় প্ৰতিজ্ঞা।

চন্দ্ৰা—ভুল বুজিছে কিয় মহাৰাজ! উমাৰ প্ৰবৃত্তি ইমান হীণ নহয়। তাইক ক্ষমা কৰক।

দুৰ্জ্জয়সিংহ—হীৰাৰ পৰায়ো বিষাক্ত বাস্প উদ্ভৱ হয়।

চন্দ্ৰা—সাপৰ মূৰটো মনি থাকে।

দুৰ্জ্জয়সিংহ—তৰ্ক নকৰিবা ৰাণী! মোৰ এই কঠিন হৃদয় গলাব নোৱাৰিবা; যোৱা।

(কোলাত সন্তান লৈ লাহে লাহে উমাকান্তি আহিল)

উমাকান্তি—নহয় পিতা, মোক ক্ষমা কৰিব নালাগে। মোৰ প্ৰতি কঠোৰ শাস্তি বিধান কৰক।

চন্দ্ৰা—আই উমা! (উমাক গৱামাৰি ধৰে)

উমাকান্তি—(হাত এৰুৱাই দূৰলৈ গৈ) মোক নুচুবা। মই অপবিত্ৰা আবৰ্জ্জনা অসতি। তোমাৰ লগত মোৰ কোনো সম্বন্ধ নাই। আজি পৃথিবীৰ সকলোৱে মোক এৰিছে। পিতা আই বন্ধু বান্ধৱ, সমাজ, সকলোৰে ওচৰত আজি মই ঘৃণনীয়। মই যে কুলটা ভ্ৰষ্টা।

দুৰ্জ্জয়সিংহ—( খড়্গেৰে একে ঘৰে উমালৈ চাই থাকি ) তই এতিয়াও অৱন্তীত আছ? তোৰ কাৰণেই আজি অবন্তী ৰাজ্যত অশান্তিৰ সৃষ্টি হৈছে। উঃ! কৰিলি কি হতভাগিনী! বংশৰ ম্যৰ্যদা, স্বামী কুলৰ গৌৰব সকলো নষ্ট কৰিলি।

উমাকান্তি—পিতা! ( কান্দে )

দুৰ্জ্জয়সিংহ—কোন তোৰ পিতা? কলঙ্কিনী! আজি তোক মই কঠোৰ শাস্তি দিম। অনন্তৰাম! অনন্তৰাম! ( অনন্তৰাম আহিল ) এই ব্যভিচাৰীনিক হত্যা কৰা।

চন্দ্ৰা- উ! প্ৰাণ যায়। ই কিঁ নিৰ্ম্মমতাৰ অভিনয়।
কোন আছ? কোন আছ ৰক্ষা কৰ।
( উমাক গবামাৰি ধৰে )

অনন্তৰাম—( উমাকান্তিৰ সম্মুখত ঠিয়হৈ ) প্ৰস্তুত হোৱা ৰাজকুমাৰী।

উমাকান্তি—ভগৱান! ই কি কৰিলা? পিতা! নিয়ক মোৰ তেজেৰে স্বামীৰ কুলৰ গৌৰৱ ৰক্ষা কৰকগৈ।

( বেগে নবৰত্নৰ প্ৰৱেশ )

নবৰত্ন—সৰ্ব্বনাশ নকৰিব মহাৰাজ! নাৰীহত্যা মহাপাপ।

( অনন্তৰামক টানি নিয়ে )

দুৰ্জ্জয়সিংহ—ই কি কৰিলে মন্ত্ৰী? কৰ্ত্তব্যত বিঘিনী ঘটালে।

নবৰত্ন—ধৈৰ্য্য ধৰক মহাৰাজ!

দুৰ্জ্জয়সিংহ—অনন্তৰাম! এই মূহুৰ্ত্তেই উমাকান্তিক অবন্তী-

ৰাজ্যৰ বাহিৰ কৰি খেদি দিয়া।

( অনন্তৰামে উমাকান্তিক লৈ যায় )

চন্দ্ৰা—আই উমা! কলৈ গলি? ( পিচে পিচে লৰি যায় )

দুৰ্জ্জয়সিংহ—অদৃষ্ট! অদৃষ্টত যি লিখা আছে, তাক লঙ্ঘন কৰিবৰ বিধতাৰো সাধ্য নাই।

( সকলোৰে প্ৰস্থান )

## চতুৰ্থ দৃশ্য

স্থান—শ্মশান। সময় সন্ধ্যা

( শিশু পুত্ৰ কোলাত লৈ লাহে লাহে উমাকান্তিৰ প্ৰৱেশ )

উমাকান্তি -শ্মশান! মহাশ্মশান। এই শ্মশানেই মোৰ পৱিত্ৰ স্থান। যি শ্মশানত মানুহৰ সমাগম নাই, যত ভূত, প্ৰেত, দানবৰ বসতি, সেই শ্মশানেই মোৰ বাসস্থান। আহা, আহা, শ্মশানৰ মালিক সকল! আজি মোক জন্মদাতা পিতাই ত্যাগ কৰিছে, সমাজে ত্যাগ কৰিছে; আনকি মোৰ জন্মভূমি অৱন্তীৰাজ্যত থাকিবৰো অধিকাৰ নাই। মই ভ্ৰষ্টা অসতী। ভগৱান! ই কি তোমাৰ অপাৰ মহিমা? হে মহাত্মা দুৰ্ব্বাসা; হিতাহিত চিন্তা নকৰি কিয় মোক বিধবা অৱস্থাত পুত্ৰৱতী হোৱা বুলি বৰ দিলা? উঃ! ( বুকুত ভুকু মাৰি বহি কান্দে ) মই দোষ কৰিছিলোঁ প্ৰভু!

আজি গছ, লতা, তৃণ, তৰু সকলোৱে—মোক ভ্ৰষ্টা বুলি উপেক্ষা কৰিছে। সমাজতো মোৰ স্থান নাই। এয়েনে সংসাৰৰ নীতি? যাও—যাও

( বহাৰ পৰা উঠি যাব ধৰে হঠাৎ বল্লভ সেন লৰি আহে )

বল্লভসেন :—ক্ষান্ত হোৱা ক্ষান্ত হোৱা।

উমাকান্তি :—মই যে অসতী, ভ্ৰষ্টা; কলঙ্কিনী দাদা।

বল্লভসেন :—কোনে কয় তুমি কলঙ্কিনী? সমাজে? সেই স্বাৰ্থপৰ সমাজৰ কু-সংস্কাৰে আজি দেশৰ বিশৃঙ্খলতাৰ সৃষ্টি কৰিছে। তুমি সতী—মহাসতী। তোমাৰ শৰীৰত কোনোৰকমেই কলঙ্কৰ ৰেখা পৰিব নোৱাৰে।

উমাকান্তি :—দাদা! মোৰ সেৱা শুশ্ৰূষাত তুষ্ট হৈ মহৰ্ষি দুৰ্ব্বাসাই এই বিধবা কালত পুত্ৰবতী হবৰ কাৰণে বৰ দিলে। ঋষিৰ বাক্য ব্যৰ্থ নহল। সেই কাৰণে আজি মই সমাজৰ পৰা দূৰত, বহুত দূৰত।

( ক্ষন্তেক বৈ থোকা থুকি মাতেৰে )

উঃ! দাদা মোৰ কি গতি হ'ব? [ কান্দে ]

বল্লভসেন :—কোনো চিন্তা নকৰিবা। মই দুৰ্ব্বাসাৰ ওচৰলৈ যাম। কি কাৰণত তেওঁ এই বিধবা কালত এনে কঠোৰ বৰ দি সতীৰ নিৰ্য্যাতন কৰিছে; তাৰ উপযুক্ত কৈফিয়ৎ মোক দিব লাগিব। অ' সৌৱা দুৰ্ব্বাসা এই ফালে আহিছে।

[ দুৰ্ব্বাসাৰ প্ৰৱেশ ]

দুৰ্ব্বাসা ঃ—মাভৈ! মাভৈ!

বল্লভসেন ঃ—কলৈ যোৱা নিষ্ঠুৰ?

দুৰ্ব্বাসা ঃ—( খড়্গত অধীৰ হৈ ) কোন তই? সিংহৰ আগত শিয়ালে আস্ফালন কৰিছ? উন্মাদ যুৱক নাজাননে দুৰ্ব্বাসাৰ তপস্যাৰ শক্তিৰ আগত তোৰ দৰ্প, অহঙ্কাৰ চূৰ্ণ-বিচূৰ্ণ হব।

বল্লভসেন ঃ-জানো ঋষি! তোমাৰ এই তপস্যাৰ বলতেই এজনী বিধবা কন্যাক বৰ দি তাইৰ জীৱন মৰুভূমিত পৰিণত কৰিছা। কি সৰ্ব্বনাশ কৰিলা ঋষি! সৌৱা চোৱা, ৰাজকুমাৰী উমাৰ কেনে শোচনীয় অৱস্থা হৈছে।

দুৰ্ব্বাসা ঃ—ওঃ! মনত পৰিছে। তাৰ পিচত?

বল্লভসেন ঃ—তাৰ পিচত অসতী, ভ্ৰষ্টা; আদি কুট বাক্যেৰে ৰাজ-কুমাৰীক অবন্তী ৰাজ্যৰ বাহিৰ কৰি খেদি দিছে। আজি ৰাজ কুমাৰীৰ সমাজত স্থান নাই। সেই শিশু কোলাত তুলি উন্মাদিনী হৈ দৌৰি ফুৰিছে।

দুৰ্ব্বাসা ঃ—শুনা যুৱক! উমাকান্তি মহাসতী ৰমনী। ই অতি সত্য কথা। মই ধ্যান কৰি জানিব পাৰিছো; এই সতী পুত্ৰই নাৰায়ণৰ অংশ ৰূপে জন্ম গ্ৰহণ কৰিছে। এই পুত্ৰৰ নাম থাকিব জটীল। এতিয়া তুমি অবন্তী ৰাজ্যলৈ লৈ যোৱা!

বল্লভসেন :—কেবল তোমাৰ মুখৰ কথাতে সমাজ মান্তি নহয়।

দুৰ্ব্বাসা :—কি! দুৰ্ব্বাসাৰ অপমান!
দুৰ্ব্বাসাৰ ক্ৰোধানলে আজি
জগতৰ আনাচাৰ কৰিব দমন।
কোনে কয় অসতী উমা
সাক্ষী সৌ চন্দ্ৰ সূৰ্য্য—
সাক্ষী ভগবান,
মুক্তকণ্ঠে কৈছে দুৰ্ব্বাসা—
সতী সতী, সতী ৰাজকুমাৰী। (প্ৰস্থান)

বল্লভসেন :—চমৎকাৰ! চমৎকাৰ!
উমাৰ নন্দন হব
দেব নাৰায়ণ।
আহা আহা উমা—
দিম মই তোমাক যোগ্য স্থান।

উমা :—দাদা! আপুনি মোক আপোনাৰ গৰত স্থান দি ৰাজদ্ৰোহী হবলৈ ইচ্ছা কৰিছে? মোৰ কাৰণে কিয় আপুনি কষ্ট ভোগ কৰিব?

বল্লভসেন :—উমা! মোৰ আজি প্ৰাণলৈ মমতা নাই। চকুৰ আগত এনে স্বেচ্ছাচাৰিতা জঘন্য অত্যাচাৰ দেখিব নোৱাৰো। ৰাজদ্ৰোহী হম, তথাপি সমাজৰ এনে কু-মনোবৃত্তি লোকেৰে গঠিত বিচাৰালয় ধ্বংস

কৰিবই লাগিব ;

( হঠাৎ অনুচৰ সহ অনন্তৰাম আহি বল্লভসেনক আগুৰি ধৰে। )

অনন্তৰাম—তাৰ আগতে তোৰ মৃত্যু অনিবাৰ্য্য।

বল্লভসেন—কি অৱন্তী সেনাপতি। এজন নিৰস্ত্ৰক আক্ৰমন কৰি বীৰত্বৰ পৰিচয় দিবলৈ আহিছে? যা দূৰ হ।

অনন্তৰাম—হাঃ হাঃ হাঃ! ৰাজদ্ৰোহীক মুক্তি দিয়া নীতি বিৰুদ্ধ, সৈন্যবোৰ আক্ৰমন কৰ।

বল্লভসেন—ক্ষান্ত হ কুলাঙ্গাৰ! এয়ে কি তোৰ ৰণ-নীতি? শুন শুন অনন্তৰাম। যদি নিজৰ সন্মান ৰক্ষা কৰিবলৈ ইচ্ছা কৰ, তেন্তে এই মূহুৰ্ত্তেই এই স্থান পৰিত্যাগ কৰ। সৈন্যবোৰ আগবাঢ়।

বল্লভসেন—আহ তেন্তে ( সৈন্য এটাৰ পৰা এখন অস্ত্ৰ কাঢ়ি লয় ; উভয় পক্ষৰ যুদ্ধ হয়, অনন্তৰাম আৰু সৈন্য বিলাক পলাই যায় )

বল্লভসেন :—কুকুৰৰ দল পলাই গৈছে। আহা উমা, কৰ্ত্তব্য স্থানলৈ আগবাঢ়ো।

( দুয়ো গুছি যায় )

## পঞ্চম দৃশ্য

স্থান—কক্ষ

সময়—দুপৰিয়া

( অনন্তৰাম ও অময়ানন্দই কথা পাতি আছে )

অময়ানন্দ :—সেনাপতি। কোনো চিন্তা নকৰিব। গৌৰাঙ্গ প্ৰভুৰ কৃপাত সকলো কাৰ্য্য সুকলমে সমাধা হ'ব। এই অবন্তীৰ সিংহাসন আপোনাৰ। চলে, বলে, কলে কৌশলে এই কামত কৃতকাৰ্য্য হ'বই লাগিব।

অনন্তৰাম :—কিন্তু বল্লভসেনৰ ব্যৱস্থা কি কৰা হ'ব? যদি সি এই সুবিধাতে ৰজাৰ পক্ষ লয়; তেন্তে আমাৰ আশা মিছা হ'ব।

অময়ানন্দ :—ইমান উদ্বিগ্ন নহ'ব সেনাপতি। তাৰ সু-ব্যৱস্থা মই কৰি থৈছো। প্ৰভূয়ে যি কৰে ভালেই কৰে। এতিয়া ৰাজ কুমাৰীক গোপনে ৰখাৰ কাৰণেই সি ৰজাৰ ওচৰত দোষী। ইয়াৰ উপৰিয়ো এখন জাল চিঠিৰ দ্বাৰাই তাক দেশদ্ৰোহী সাব্যস্ত কৰি তাৰ জীৱন নাশ কৰা উপায় কৰি থৈছো। মোৰ এই মূৰৰ সহস্ৰ কু—অভিসন্ধিৰ দ্বাৰাই আজি গৌৰাঙ্গ আশ্ৰমৰ প্ৰধান মালিক হৈ অৱন্তী ৰজাক নচুৱাই আছো। ( অলপ চিন্তাকৰি ) কিন্তু এটা কাম, আপুনি কৰিব

লাগিব। বল্লভসেনৰ স্ত্ৰীক যি কোনো উপায়েৰেই নহওক ধৰি আনি আশ্ৰমত আনন্দ ভোগ কৰিব লাগিব।

অনন্তৰাম—উত্তম! মই তেন্তে যাওঁ (প্ৰস্থান)

অময়ানন্দ :—যা মূৰ্খ! তোৰ দ্বাৰাই মোৰ জীৱনৰ পথ পৰিস্কাৰ কৰি লম। পৰৰ দ্বাৰাই পৰৰ সৰ্ব্বনাশ কৰি অময়ানন্দই আনন্দ উপভোগ কৰিব। অৱন্তী ৰাজক তোৰ দ্বাৰাই হত্যা কৰি অৱন্তীৰ সিংহাসন অধিকাৰ কৰিব এই অময়ানন্দই। ভাগীৰথ—ভাগীৰথ

(ভাগীৰথ লৰি আহিল)

ভাগীৰথ :—প্ৰভু লওঁক (অময়ানন্দক মদৰ বটল দিয়ে)

অময়ানন্দ :—(মদখাই) আঃ চমৎকাৰ! চমৎকাৰ! গোটেই-ছুনীঁয়া চমৎকাৰ। আমাৰ গোপীনি সকলক লৈ আহা। অতি শীঘ্ৰে।

(ভাগীৰথৰ প্ৰস্থান)

অময়ানন্দ :—নৰাধম গোপীকান্ত! তই স্বৰ্গসুখৰ পৰা নিজে নিজেই বঞ্চিত হলি।

(আশ্ৰম বাসীনী সকলক লগত লৈ ভাগীৰথ পুনঃ প্ৰৱেশ)

ভাগীৰথ :—আহিছে প্ৰভু! আশ্ৰম বাসীনী সকল আহিছে।

অময়ানন্দ :—আঃ! মৰি—মৰি—মৰি। ঠিক যেন স্বৰ্গৰ সুন্দৰী।

আশ্রম বাসীনী :—গীত—

নাচি—নাচি—নাচি—নাচি
বজাম আমি বাহিঁটী
প্ৰাণ খুলি জনাম আমি
মুখত মধুৰ হাঁহিটি

(প্ৰস্থান)

ভাগীৰথ :—হে—হে—হে! ঠিক যেন পতুৱৰ পাছিটি।

অময়ানন্দ :—(পুনৰ মদ খাই) ভক্ত ভাগীৰথ! মই মদ খোৱাৰ কথা যেন কোনেও জানিবলৈ নাপায়। গৌৰাঙ্গ প্ৰভুৰ মই মহা ভক্ত হৈ যদি মদ খোৱাৰ কথা কোনোবাই জানে তেন্তে মোৰ ওপৰত থকা ভক্তিৰ আস্থা নোহোৱা হব।

ভাগীৰথ —প্ৰভু! এনে কথা কয়নে? মই বৰ্ত্তমান জীৱিত থাকোন্তে আপোনাৰ কোনো চিন্তা নাই। কিন্তু এই অমঙ্গলীয়া গোপীকান্তৰ পৰাহে যদি কিবা হয় কব নোৱাঁৰো।

অময়ানন্দ :—গোপীকান্তৰ মুখৰ পৰা ওলাবই; যি হেতু সি আমাৰ লগৰ পৰা আঁতৰি গল।

ভাগীৰথ :—ওলালে ওলাব প্ৰভু! কিহৰ ভয়? ডাঙৰ মানুহ সকলোৱে মদ খায়। আপুনিয়োতো লাগি লুপা মানুহ নহয়। গৌৰাঙ্গ মহাপ্ৰভুৰ প্ৰধান সেৱক

দূতে প্ৰৱেশ

দূতঃ—প্ৰভু!, স্বৰ্গদেৱে আপোনাক মাতিছে।

অময়ানন্দ ঃ—যা মই গৈছো।

(দূতৰ প্ৰস্থান)

অময়ানন্দ ঃ—শান্তি ভাৱে অলপো আৰাম কৰিব নোৱাঁৰি। ভাগীৰথ! তুমি যোৱা সোনকালেই বল্লভসেনৰ স্ত্ৰী মনোমায়াক ধৰি লৈ আহা। (ভাগীৰথৰ প্ৰস্থান) অময়ানন্দৰ বুদ্ধি পৰামৰ্শ নাপালে অৱন্তীৰজাৰ কাৰ্য্য সিদ্ধি নহব। কিন্তু দুৰ্জ্জয়সিংহ! তোমাৰ সিংহাসনত বহিবৰ ক্ষমতা ক্ৰমে হ্ৰাস হৈ আহিছে। সেই ক্ষমতা হব মোৰ। (প্ৰস্থান)

## পট পৰিবৰ্ত্তন।

সময়—সন্ধ্যা

(দুৰ্জ্জয়সিংহ ও অময়ানন্দই কথা পাতি আছে)

দুৰ্জ্জয়সিংহ ঃ—প্ৰভু! গৌৰাঙ্গ মন্দিৰৰ সংবাদ কেনে?

অময়ানন্দ ঃ—স্বৰ্গদেৱ! বৰ দুখৰ বিষয়, যে স্বপ্নত গৌৰাঙ্গ মহাপ্ৰভুৱে মোক দেখুৱাইছে যে ৰাজবংশত পাপ প্ৰৱেশ কৰিছে। গতিকে মহাপ্ৰভু এই মন্দিৰৰ পৰা অন্তৰ্দ্ধান হব। এতিয়াও সেই অসতী উমাকান্তি অৱন্তী ৰাজ্যৰ পৰা আঁতৰ নহল। এতিয়া বল্লভসেনে তাইক স্থান দিছে।

দুৰ্জ্জয়সিংহ :—ঠিক কথা প্ৰভু। সেই অৱন্তী কন্যাৰ কাৰনেই ৰাজ্যত ইমান অশান্তি হৈছে। অতি সোনকালেই বল্লভসেন ও ৰাজ কন্যাক ধৰি আনি উপযুক্ত ব্যৱস্থা কৰাৰ সিদ্ধান্ত কৰিছো।

অময়ানন্দ:—এইটো ঠিক জানিব স্বৰ্গদেৱ, বল্লভসেনে অৱন্তীৰ সিংহাসন অধিকাৰ কৰিবৰ কাৰণে অহো পুৰুষাৰ্থ কৰিছে। মই সকলো অনুসন্ধান কৰি জানিব পাৰিছো সি ৰাজদ্ৰোহ আচৰণ কৰিছে (ৰজাক পত্ৰ দি) এইয়া চাওক।

দুৰ্জ্জয়সিংহ :—(চিঠি পঢ়ে, মুখৰ চেহেৰা বদলি হয়) ওঁ— বুজিছো।

অময়ানন্দ :—মই গুপ্তচৰৰ পৰা এই পত্ৰ হস্তগত কৰিছো।

দুৰ্জ্জয়সিংহ :—অৱন্তীৰ বুকত আজি দুৰ্য্যোগৰ তাণ্ডৱ নৃত্য হৈছে। উঃ! কি ভীষণ এই বল্লভসেন। বিশ্বাস ঘাটক! কোশল ৰজাৰ সহায়ত সি মোৰ সিংহাসন লবলৈ চক্ৰান্ত কৰিছে। উঃ! এই ভণ্ড ৰাজ-ভক্তক আশ্ৰয় দি মই কি সৰ্ব্বনাশ কৰিছো। (অময়ানন্দক) প্ৰভু! আপুনি মোৰ প্ৰাণ ৰখালে।

অময়ানন্দ :—সকলো গৌৰাঙ্গ প্ৰভুৰ কৃপা।

দুৰ্জ্জয়সিংহ :—এতিয়া আপুনি যাওক। সময়ত মাতি পঠাম।

অময়ানন্দ :—(স্বগতঃ) পাক চক্ৰত পৰিছে। স্বাৰ্থৰ কাৰণে আজি পিশাচ হৈ ধৰ্ম্মৰ ভেটিত পাপৰ মন্দিৰ নিৰ্ম্মান কৰিবলৈ আগ বাঢ়িছো।

(প্ৰস্থান)

দুৰ্জ্জয়সিংহ :—( চিন্তান্বিত হৈ ) সন্মুখত ঘোৰ সমস্যা উপস্থিত হৈছে। ৰাজ আদেশ লঙ্ঘন কৰি বল্লভসেনে উমাক আশ্ৰয় দি ৰাজদ্ৰোহীতাৰ পৰিচয় দিছে।

( নেপথ্যত ধৰমাৰ শব্দ হয়, মানুহৰ কোঢ়াল )

( গোপীকান্ত লৰি আহিল )

গোপীকান্ত :—সৰ্ব্বনাশ হৈছে স্বৰ্গদেৱ। বল্লভসেনৰ স্ত্ৰীক এডল ডকাইত আহি ধৰি লৈ গৈছে।

দুৰ্জ্জয়সিংহ :—আনন্দ সংবাদ ! আনন্দ সংবাদ !

গোপীকান্ত :—ই কি স্বৰ্গদেৱ, অত্যাচাৰীৰ কোনো শাস্তি বিধান নহব ।

( চন্দ্ৰাৰ প্ৰৱেশ )

চন্দ্ৰা :—নিশ্চয় বিছাৰ হব। যোৱা গোপীকান্ত—সেই নাৰীক উদ্ধাৰ কৰাগৈ।

দুৰ্জ্জয়সিংহ :—ৰাণী

চন্দ্ৰা :—নাৰীৰ ওপৰত কৰা অত্যাচাৰ নীৰবে সহ্য কৰিব আপুনিয়েইনে অৱন্তীৰ সম্ৰাট ?

দুৰ্জ্জয়সিংহ :—কথা নকবা ৰাণী মোৰ চঞ্চল মনক আৰু চঞ্চল কৰি নুতুলিবা। আগা যাও।

( সকলোৰে প্ৰস্থান )

## ৬ষ্ঠ দৃশ্য

### স্থান—কক্ষ

### সময় সন্ধ্যা

( বেগে বল্লভসেন আহিল )

বল্লভসেন —দূৰৰ পৰাই মনোমায়াৰ আৰ্ত্তনাদ শুনি ঘূৰি আহিলো। ই কি! মনোমায়া, উমা জটীল কোনোৱেই ইয়াত নাই। কলৈ গল? ৰণবীৰো চিকাৰৰ পৰা ঘূৰি অহা নাই।

( ব্ৰজসিংহ আৰু অনুচৰ সহ অনন্তৰাম আহি বল্লভসেনক আগুৰি ধৰে )

অনন্তৰাম :—সাৱধান নাৰকী।

বল্লভসেন :—চয়তানৰ দল। চোৰৰ দৰে আহি আক্ৰমণ কৰিছ!

ব্ৰজসিংহ :—তুমি আমাৰ বন্দী। সৈন্যবোৰ বন্দী কৰ।

অনন্তৰাম :—অসতী ৰাজকুমাৰীক আশ্ৰয় দি তুমি ৰাজ আজ্ঞা লঙ্ঘন কৰিছা।

বল্লভসেন :—মই প্ৰকৃত মানুহৰ কাম কৰিছো। তোমাৰ দৰে পৰৰ সৰ্ব্বনাশ কৰি নিজৰ উন্নতি সাধনৰ কল্পনা কৰা নাই পাপীষ্ঠ! ভণ্ড তপস্বী অময়ানন্দৰ কূট চক্ৰান্তত যোগ দি অৱন্তী ৰাজ্যৰ ধ্বংশ-যজ্ঞ

আৰম্ভ কৰিছ। কেৱল তইঁতৰ কু-অভিসন্ধিতেই আজি সতী নির্য্যাতন হৈছে। পৰস্ত্ৰীক হৰণ কৰি ৰাজ্যত অশান্তিৰ সৃষ্টি কৰিছ। কিন্তু সাৱধান বিদ্ৰোহীৰ দল তহঁতৰ এই জঘন্য পাশৱিক অত্যাচাৰ নীৰৱে সহ্য নকৰো।

ব্ৰজসিংহ :— ভবিষ্যত অৱন্তীৰ সিংহাসনৰ আশা ত্যাগ কৰা বল্লভসেন। তোমাৰ অপৰাধ গুৰুতৰ, আৰু সেই অপৰাধৰ দণ্ড মৃত্যু।

বল্লভসেন :—বিশ্বাস ঘাটক ষড়-যন্ত্ৰকাৰী। মৃত্যুৰ পূর্ব্বে মনত ৰাখিবি পাষণ্ড, পৰম, হিতৈষী অৱন্তী ৰজাৰ কি সর্ব্বনাশ কৰিছ! সেই ৰাজ কুমাৰীৰ চিৰ-শান্তিময় আনন্দৰ ঘৰত জুই জ্বলাই দিছ। কিন্তু মনত ৰাখিবি মূৰৰ ওপৰত সর্ব্ব শক্তিমান ঈশ্বৰ আছে, তেঁৱেই বিপন্নক উদ্ধাৰ কৰিব।

ব্ৰজসিংহ :—হাঃ হাঃ হাঃ! পাপীৰ মুখত মহামন্ত্ৰ। সৈন্য বোৰ আক্ৰমণ কৰ।

বল্লভসেন :—আহ তেন্তে বিদ্ৰোহীৰ দল।

(উভয় পক্ষৰ যুদ্ধ। বল্লভসেন পৰি যায়)

অনন্তৰাম :—হাঃ হাঃ হা :—

ব্ৰজসিংহ :—বান্ধিপেলা এই নাৰকীক।

(সৈন্যবোৰে বল্লভসেনক বন্দী কৰে)

অনন্তৰাম :—লৈ যা।

( ৰণক্ষেত্ৰৰ পৰা সৈন্যসকলক লৈ ব্ৰজসিংহ ও সৈন্য বিলাকৰ প্ৰস্থান)

অনন্তৰাম :—স্বাৰ্থ! স্বাৰ্থ ই দুনিয়াৰ একমাত্ৰ ধ্যান। আজি স্বাৰ্থৰ কাৰণেই মই মনুষ্যত্ব বিসৰ্জন দি নৰকৰ পথলৈ আগ বাঢ়িছো। প্ৰাণত প্ৰতিহিংসাৰ একুৰা জুই লৈ মোৰ জীৱনৰ স্বাৰ্থৰ বাটত পোহৰ দিছে। হাঃ হাঃ হাঃ —আনন্দ আনন্দ।

( প্ৰস্থান )

( বীপৰীত ফালৰ পৰা ৰণবীৰ ও গোপীকান্তই কথা পাতি আহে )

গোপীকান্ত :—দেউতা! কি কম দেউতা অমৰানন্দই কিবা যাদু মন্ত্ৰ কৰি আমাৰ স্বৰ্গদেৱক হাত কৰি ললে। ৰজাৰ কন্যাৰ কি দশা হৈছে দেখিলে শত্ৰুৰ চকুটো পানী ওলাব।

ৰণবীৰ :—নিৰুপায় গোপীকান্ত। মই আছি পোৱাৰ আগতেই দাদা আৰু নবৌ শত্ৰুৰ হাতত বন্দী হল। চাৰিওফালে হাহাকাৰ ধ্বনি উঠিছে। শত্ৰুৰ প্ৰাণ আনন্দত নাচি উঠিছে। হায় অৱন্তী! তোৰ ভবিষ্যত কি হব ,কব পৰা নাই।

গোপীকান্ত :—দেউতা! আপুনি গৌৰাঙ্গ মহাপ্ৰভুৰ আশ্ৰম দেখিলে আচৰিত হব। তাত অমৰানন্দৰ দ্বাৰা তিৰোতাৰ ওপৰত কৰা পাশৱিক অত্যাচাৰ আৰু সুৰাপান পুৰাদমে চলিব লাগিছে।

ৰণবীৰ :—তাৰ প্ৰতিৰোধ কৰিবলৈ কোনো নাই?

গোপীকান্ত :—কোনে কৰিব ? স্বৰ্গদেৱেতো অময়ানন্দক সাক্ষাৎ ভগৱান ৰূপে পূজা কৰে। কাৰ সাধ্য আছে যে অময়ানন্দৰ বিৰুদ্ধে ৰজাৰ আগত কয়।

ৰণবীৰ —অসহ্য –অসহ্য গোপীকান্ত। আহা—সহস্ৰ বাধা বিঘিনী অতিক্ৰম কৰিয়ো এই অশান্তি দূৰ কৰিবই লাগিব।

( দুয়োৰো প্ৰস্থান )

## সপ্তম দৃশ্য

স্থান – ৰাজ আলি

সময়—ৰাতিপুৱা

( কাষত ভাবলৈ দুজন নাগৰিক কথা পাতি আছিল )

১ম নাগৰিক :—বুজিছা ককাই, কালবো কাল বিপৰীত কাল হৰিণাই চেলেকে বাঘৰ গাল। ক'ত শুনিছিলা এনে নোহোৱা-নোপোজা কথা, কথা নাই বতৰা নাই দুৰ্ব্বাসাৰ ঘৰত ৰাজ-কন্যাৰ লৰা এটি জন্ম হল।

২য় নাগৰিক :—( ইফালে সিফালে চাই ) নহয়হে হৰিণাই চেলেকে বাঘৰ গাল নহয়। ( দুৰ্ব্বাসাই ) চেলেকে ৰাজ-কন্যাৰ গাল। তেতিয়াহে গোমোৰ ফাকটো বাহিৰ হৈ কথাটো বজিতা খাব।

১ম নাগৰিক :—হয়, হয় ঠিক কৈছা তুমি! পিছে এতিয়া ব্যৱস্থা কি কৰিছে?

২য় নাগৰিক : ৰজাই ভাল ব্যৱস্থাই কৰিছে। তাইক একেবাৰে অৱন্তী ৰাজ্যৰ বাহিৰ কৰি দিছে। কিন্তু সেই আগৰ মন্ত্ৰীৰ পুত্ৰেক বল্লভসেনে হেনো ৰাজ-কুমাৰীৰ দুখ-দুৰ্গতি সহ্য কৰিব নোৱাৰি তেওঁৰ ঘৰতে ৰাখিছে। এতিয়া এই কথাৰ সম্ভেদ পাই সেনা-পতিয়ে দুয়োকো বান্ধি ৰজাৰ ওচৰলৈ লৈ গৈছে।

১ম নাগৰিক : যেই নহওক ডাঙৰ মানুহৰ ডাঙৰ কথা। আমাৰ নিচিনা চাল ছিগা এজনৰ ঘৰত যদি তেনে ঘটনা হোৱা হলে জুই-পানী নিষেধ হল হেতেন বুজিছা। আমাৰ সমাজ খন হৈছে ধনী-দুখীয়াৰ সমাজ। কোনো পদবীধাৰী আৰু ধনীলোকে যদি অতি বেয়া কামো কৰে তেন্তে টকাৰ দ্বাৰাই তাক সংস্কাৰ কৰি সমাজৰ নেতা সকলে ঢাকি ৰাখে। কিন্তু দুখীয়াই সামান্য এটা বেয়া কাম কৰিলেও সমাজৰ পৰা কুকুৰ শিয়ালৰ দৰে দূৰতে খেদাব।

২য় নাগৰিক:ক—থাটো সঁচা। এতিয়াও এই ঘটনাৰ কাৰণে পাৰিষদ সৈন্য সামন্তৰ ভিতৰত দলাদলিৰ সৃষ্টি হৈছে আৰু প্ৰজাবিলাকেও ৰাজকুমাৰী অসতী বুলি ঘোষণা কৰিছে।

১ম নাগৰিক :—এই বাতে পাচে ভাবিছে ৰজাইয়ো তাইক

ত্যাগ কৰিছে। ইয়াৰ উপৰিয়ো হেনো গৌৰাঙ্গ প্ৰভুয়ে হেনো পাপৰ ঠাইত নাথাকো বুলি সপোন দেখাইছে।

২য় নাগৰিক :—গৌৰাঙ্গ মহাপ্ৰভুৰনো কি মহত্বতো আছেহে ? সেই গৌৰাঙ্গ মহাপ্ৰভুক কিমান যে পূজা-পাতল দিলো তথাপি আজিলৈকে মই এটা সন্তানৰো মুখ নেদেখিলো।

১ম নাগৰিক :—আৰু পূজা পাতলৰ আৱশ্যক নাই ককাই। এটা অতি উজু উপায় হৈছে। তোমাৰ তিৰোতা জনীক দুৰ্ব্বাসাৰ ওচৰলৈ পঠাই দিয়া। দুৰ্ব্বাসাৰ বৰত ৰাজ-কন্যাৰ দৰে তোমাৰ তিৰোতাৰো সন্তান জন্ম হব।

২য় নাগৰিক :—গুলি মাৰা সেই দুৰ্ব্বাসাৰ আশীৰ্ব্বাদ। নালাগে আমাক অশীৰ্ব্বাদৰ সন্তান। ভাগ্যত থাকিলে হব, নহলে নাই।

১ম নাগৰিক:—ককাই। এটা কথা মন কৰিছানে ? আজি কিছুদিনৰ পৰা সেনাপতি অনন্তৰামে আশ্ৰমৰ সেৱক অময়ানন্দৰ লগত ঘূৰি ফুৰা দেখিছো।

২য় নাগৰিক :—ইহতৰ নিশ্চয় এটা গুপুত কথা আছে। ৰাজ্যত এখন ৯০।-কটি, মৰা মৰি হোৱাৰ সম্ভাৱনা আছে।

( হঠাৎ হাতত অস্ত্ৰ-সস্ত্ৰ লৈ গোপীকান্ত আৰু বণ-

বীৰ আহে, নাগৰিক দুজনে ভয়ত কঁপি পিচলৈ যায়)

গোপীকান্ত :—হেৰা ডকাইইত, এইকালে এজনী তিৰোতা মানুহ ধৰি নিয়া দেখিছিলানে ?

১ম নাগৰিক :—নাই দেখা দেও নাই দেখা। কৰ তিৰোতা মানুহ ?

গোপীকান্ত :—কৰবাৰ কেইটামান ডকাইত গৈ আমাৰ বল্লভসেন ডাঙৰীয়াৰ স্ত্ৰীক ধৰি লৈ আহিল।

২য় নাগৰিক :—কিনো কয় ? এনে অদ্ভুত কাণ্ড ক'তো দেখা-শুনা নাই।

ৰণবীৰ :—বীৰ শূন্য আজি অবন্তী-ৰাজ্যত ;

কোনে কৰে আজি বিদ্ৰোহী দমন,

নাই নাই প্ৰতিকাৰ—

নাই—নাই বোলা অবন্তীত সুখৰ নিজৰা।

১ম ও ২য় নাগৰিক :—আহক দেউতা, আমি আটাই কেইজনেই বিচাৰি যাওঁ।

( সকলোৰে প্ৰস্থান )

# দ্বিতীয় অঙ্ক

—:0:—

অৱন্তীৰ ৰাজ সভা

( দুৰ্জ্জয়সিংহ সিংহাসনত বহি থাকে ; ওচৰত মন্ত্ৰী, নৱৰত্ন আৰু পাৰিষদ সকল নিজ নিজ আসনত থাকে)

দুৰ্জ্জয়সিংহ :—মন্ত্ৰী ! ৰাজদ্ৰোহীক কোনো ৰকমেই ক্ষমা কৰিব নোৱাৰি। এই দুৰ্বৃত্ত পিশাচক উপযুক্ত শাস্তিৰ ব্যৱস্থা কৰিব লাগিব।

নৱৰত্ন :—মোৰ অনুমান, ই কাৰবাৰ ষড়যন্ত্ৰ। ৰাজ্যৰ বিশৃঙ্খলাত সুবিধা পাই কোনো শত্ৰুয়ে আপোনাৰ সৰ্ব্বনাশ কৰিবলৈ আগ বাঢ়িছে। অ' সৌৱা অনন্তৰামে বল্লভসেনক লৈ আহিছে।

( অনন্তৰামে বল্লভসেনক বন্দী কৰি লৈ আহিল )

দুৰ্জ্জয়সিংহ —বল্লভসেন ! তুমি অপৰাধী ! ৰাজদ্ৰোহী বিশ্বাস ঘাটক সেই কাৰণেই তোমাক বন্দী কৰি অনা হৈছে।

বল্লভসেন :—মই অপৰাধী ?

দুৰ্জ্জয়সিংহ —তুমি—তুমি ? তোমাৰ কাৰণেই আজি অৱন্তীৰ মোৰ সন্মান নষ্ট হৈছে। ৰাজ আজ্ঞা অমান্য কৰি অসতী ৰাজকুমাৰীক আশ্ৰয় দিছা।

বল্লভসেন :—উঃ ! ই কি শুনো
ৰাজদ্ৰোহী বিশ্বাস ঘাটক মই ?
দিয়া নাই আশ্ৰয় অসতীক
দিছো স্থান দেৱী প্ৰতিমাক।

দুৰ্জ্জয়সিংহ —দেৱী প্ৰতিমাক ? নাৰকী

বল্লভসেন :—( স্বগতঃ ) স্থিৰ হ বল্লভসেন ; ধৈৰ্য্য ধৰ ( ফুটাই ) সেই ভণ্ড তপস্বী গোঁসাই দেৱৰ সেৱক অময়ানন্দই কি কাম কৰিছে জানেনে ৰজা ? পুণ্যাশ্ৰম দেৱালয়ত দিন ৰাতি মদ—মাইকীৰ আনন্দ উৎসৱ চলিছে, আৰু সেই অময়ানন্দৰ ছলনাতেই মোৰ জীৱন সঙ্গিনীয়ো শত্ৰুৰ কবলত পৰিছে। কিন্তু এজনী নিৰাশ্ৰয়া নাৰীক আশ্ৰয় দিয়াৰ কাৰণেই মই আজি দেশদ্ৰোহী ?

দুৰ্জ্জয়সিংহ —উত্তম তেন্তে এইখন কাৰ চিঠি ?

( বল্লভসেনক চিঠি দিয়ে )

বল্লভসেন :—( চিঠি পঢ়ি উত্তেজিত হৈ ) ষড়যন্ত্ৰ ! ষড়যন্ত্ৰ ! অসত্য জালচিঠি !

দুৰ্জ্জয়সিংহ :—ওঁ ! জালচিঠি ? স্বাৰ্থপৰ ! সিংহাসন লাভৰ কাৰণে মোৰ চিৰ শত্ৰুৰ লগত মিলিত হৈ মোক বিনাশ কৰিবৰ চেষ্টা কৰিছিলি ? এয়েই তোঁৰ ৰাজভক্তি ?

বল্লভসেন : —ভগৱতী বসুন্ধৰা , এতিয়াও তুমি স্থিৰ হৈ

আজ্ঞা ! বিশ্বমাতা তুমি প্ৰলয়ৰ মূৰ্ত্তি ধৰি এই পাপৰ সংসাৰ ভাঙি চুৰমাৰ কৰি দিয়া। পাপৰ তুমি কেনে কোটোকাৰে বাঢ়ি আছি সকলো প্ৰাণীকে তোমাৰ গৰ্ভত স্থান দিয়া উ ! মানুহ ইমান যাব পাৰে মইতো ভবা নাছিলো।

অনন্তৰাম— অতি ভক্তি চোৰৰ লক্ষণ। প্ৰভূ ভক্ত সকলেই পেন্দুক খালত পেলাবৰ চেষ্টা কৰে।

বল্লভসেন :—দূৰ হ ক্ষত্ৰ-কুলাঙ্গাৰ ( অনন্তৰামক পদাঘাট কৰে, অনন্তৰাম পৰি যায় )

নবৰত্ন :—ধৈৰ্য্যধৰা বল্লভসেন। ই ৰাজসভা। নিজে হিংসা নকৰিলেও হিংসুক পশুয়েও হিংসা পাহৰি যায়।

বল্লভসেন :—মই সম্পূৰ্ণ নিৰ্দ্দোষী।

দুৰ্জ্জয়সিংহ :—তোমাৰ কোনো কথা শুনিবলৈ ইচ্ছা নকৰো। বল্লভসেন তোমাৰ স্থান কাৰাগাৰ। কাঠোৰ নিৰ্য্যাতন ভোগ কৰিব লাগিব। অনন্তৰাম বন্দীক কাৰ'গাৰলৈ লৈ যোৱা।

( অনন্তৰামে বল্লভসেনক লৈ যায় ]

বন্দী—বন্দী ! [ এজনী বন্দীৰ প্ৰৱেশ ]

দুৰ্জ্জয়সিংহ :—ৰাণ কুমাৰীক ইয়ালৈ আন।

[ বন্দীৰ প্ৰস্থান ]

ক্ষত্ৰিয়ৰ ধৰ্ম্ম নীতিৰ সম্মুখত মানসিক দুৰ্ব্বলতাই শোভা নাপায়। ধৰ্ম্মৰ মহান নীতি অৱলম্বন কৰি

অৱন্তীৰ ৰাজ সিংহাসনৰ গৌৰৱ অক্ষুন্ন ৰাখিম।

[বন্দী সহ উমাকান্তি আৰু জটিলৰ প্ৰৱেশ]

দুৰ্জ্জয়সিংহ :—উমা!

উমাকান্তি :—পিতা!

দুৰ্জ্জয়সিংহ :—আজি মই মোৰ সমস্যাত পৰিছো উমা। একালে নিজ সন্তানৰ ধৰ্ম্ম পৰীক্ষা আন কালে প্ৰজা সন্তুষ্টিৰ কাৰণে ৰাজ-নীতিৰ কঠোৰ ব্যৱস্থা, একালে কৰ্ত্তব্য আৰু আনকালে ধৰ্ম্ম।

উমাকান্তি :—কিন্তু বল্লভসেন দাদাৰ প্ৰতি ঘোৰ অবিচাৰ কৰিছে পিতা। তেওঁ স্বৰ্গৰ দেৱতা। বল্লভ দাদাৰ অন্তৰত কু-অভিসন্ধি নাই। তেওঁক মুক্তি দিয়ক পিতা।

দুৰ্জ্জয়সিংহ :—অসম্ভৱ! বিশ্বাস ঘাটকৰ যোগ্য দণ্ড দিছো।

নৰৰত্ন :—নহয় সম্ৰাট। আপুনি অমানুষিক প্ৰতিহিংসাত উন্মত্ত হৈছে কিয়? এনে কাৰ্য্যত আপোনাৰ বিজয় গৌৰৱ চিৰদিনৰ কাৰণে ধ্বংশ হৈ যাব।

দুৰ্জ্জয়সিংহ :—মই আপোনাৰ কোনো উপদেশ শুনি নোখোজো মন্ত্ৰী। [উমাৰ প্ৰতি] উমা! তোৰ কাৰণেই মোৰ পুণ্যৰ ৰাজত্ব পাপে স্পৰ্শ কৰিছে। কেৱল তোৰ কাৰণেই আজি অৱন্তী ৰাজ্যৰ প্ৰত্যেক ঘৰতে ৰাজ নিন্দাৰ আলোচনা চলিছে।

উমাকান্তি :—পিতা! আপুনি মোৰ জন্মদাতা পিতৃ, স্নেহ-

মৰ প্ৰতিপালক। মোৰ কাৰণে আপুনি যদি সমাজৰ পৰা লাঞ্ছিত হৈছে তেন্তে এটা সু-ব্যৱস্থা কৰক।

দুৰ্জ্জয়সিংহ :—উত্তম! যা উমা মই তোক নিৰ্ব্বাসন দণ্ড দিলো। এই মুহূৰ্ত্তেই মোৰ সাম্ৰাজ্যৰ সীমা ত্যাগ কৰ।

উমাকান্তি উঃ! [মূৰে কপালে হাত দি বহি পৰে।]

[সকলো সভাসদৰে মুখত এটা শোকৰ করুণ বেদনা দেখা যায়]

জটীল :—আই! তোৰ কি হল আই? আহ আমি ককাদেউৰ ওচৰলৈ যাওঁ (উমাৰ পিঠিত গোৰা মাৰি ধৰে)

নবৰত্ন :—কি কৰিলে মহাৰাজ?

দুৰ্জ্জয়সিংহ—বিসৰ্জ্জন। উমাৰ বিসৰ্জ্জন হল মন্ত্ৰী। উমা নাই—উমা নাই— (বেগে প্ৰস্থান)

উমাকান্তি :—(বহাৰ পৰা উঠি) নিৰ্ব্বাসন! নিৰ্ব্বাসন! পিতৃৰ আদেশ নিৰ্ব্বাসন। অৱন্তীৰ ৰাজ-প্ৰাসাদত আজি নিৰ্ব্বাসনৰ জয়—ডঙ্কা বাজি উঠক। প্ৰজাৰ মনোৰঞ্জনৰ কাৰণে আজি মই নিৰ্জ্জন গুহাত নীৰৱে চকুলো টুকি অন্তৰৰ আবেদন বন-দেৱতাৰ ওচৰত জনাব লাগিব। হায়, অদৃষ্ট! আহ- আহ জটীল! অৱন্তীত আমাৰ স্থান নাই।

জটিল :—আই! কলৈ যাবা আই?

উমাকান্ত :—বনলৈ।

জটিল :—বনলৈ? তেন্তে আমি বনৰ দেৱতাক পূজা কৰিব পাৰিম। আই! ককা কলৈ গল?

উমাকান্ত—বিদায়—বিদায় (জটিলক লৈ কান্দি কান্দি গুচি যায়)

নৰবৰ :—হৃদয়হীণ পিতৃৰ নিৰ্ম্মম বিচাৰত সতী লক্ষীৰ আজি বিসৰ্জ্জন হল। উঃ—সৃষ্টিৰ বুকত কি খেলা? গল—গল—কুললক্ষী নিৰ্ম্মম আচাৰত অন্ধকাৰত লুপ্ত হৈ গল। (সকলোৰে প্ৰস্থান)

## দ্বিতীয় দৃশ্য

স্থান—গৌৰাঙ্গ আশ্ৰম

সময়—ৰাতিবেলা

(অময়ানন্দ আৰু ভাগীৰথে বহি মদ খাই আনন্দ কৰি থাকে)

অময়ানন্দ :—চলাও চলাও হৰদম চলাও নাচ, গান, বাজা কুমাৰীৰ নিৰ্ব্বাসনৰ উৎসৱ।

ভাগীৰথ :—প্ৰভু! এইটো জিনিচ অতি উত্তম; সেই কাৰণেই ৰাজা মহাৰাজা সকলে ইয়াক খাই আমোদ কৰে

অময়ানন্দ—আৰে মুৰ্ব্বক! ৰাজা কোন? (নিজৰ গাত হাত দি) মই—মই ৰাজা। অৱন্তীৰ ৰজা মই (তাণ্ডৱ কৈ) আহা গোপিনী সকল—আহা মন মোহিনী সকল! এই ফালে অলপ দৰ্শন কৰাহি।

(আশ্ৰম কুমাৰী সকলৰ প্ৰবেশ)

আশ্ৰম কুমাৰী— (গীত)

ফুল কলি তই ফুলিবি জানো
প্ৰেমৰ মালা গাঠিব আনো
প্ৰেমৰ ৰাগিনী উঠক আজি
আকাশে বতাহে উঠক ভাহি
তুলিম আমি ফুল
মন বিয়াকুল।
ফুল কলি তই ফুলিবি জানো
প্ৰেমৰ মালা গাঠিব আনো। (প্ৰস্থান)

অময়ানন্দ—বাঃ! এই সুন্দৰী সকল আশ্ৰমত নাথাকিলে আশ্ৰমৰ শোভাই নষ্ট হব। এইবাৰ বল্লভসেনৰ স্ত্ৰী মনোমায়াক আনি আশ্ৰমৰ শ্ৰীবৃদ্ধি কৰা যাওক। যোৱা সুন্দৰীক লৈ আহাগৈ। (ভাগীৰথৰ প্ৰস্থান) কল্পনাৰ ৰাজ্যত উটি বুৰি ফুৰিছো। কূট কৌশলৰ দ্বাৰা ৰাজ কুমাৰীক নিৰ্ব্বাসন দিয়ালো আৰু অনন্তৰামক বন্দী কৰালো। একমাত্ৰ মোৰ লক্ষ্য স্থান—অৱন্তীৰ ৰাজ-সিংহাসন। হাঃ হাঃ হাঃ।

( মনোমায়াক টানি টানি ভাগীৰথৰ প্ৰবেশ )

মনোমায়া :—এৰি দে—এৰি দে মোক। উঃ! নাৰীৰ প্ৰতি কি নিৰ্য্যাতন দিছা প্ৰভু। কোনো দোষ কৰা নাই কোনো পাপ কৰা নাই।

ভাগীৰথ—এৰি দিয়া নহব সুন্দৰী। এতিয়া আমাৰ প্ৰেমৰ ৰাজ্যত সোমাব লাগিব।

মনোমায়া—স্তব্ধ হ পাপীষ্ঠ। মই কুলটা ঘৃণিতা নহওঁ এৰিদে—এৰিদে,—নতু এই সতীৰ তীব্ৰ নিঃশ্বাসত তহতৰ সকলো দৰ্প চূৰ্ণ হব।

অময়ানন্দ :—ধ্বংস হওক—তাত কোনো ক্ষতি নাই। তথাপি তোমাক লাগে। আহা আহা প্ৰাণেশ্বৰী মোৰ এই স্বৰ্গৰ সিংহাসনত বহি মোৰ জীৱন ধন্য কৰাহি।

(ধৰিবলৈ যায় )

মনোমায়া :—সাবধান! সাবধান! সতী অঙ্গস্পৰ্শ নকৰিবি। (ৰণবীৰ আৰু গোপীকান্ত সৰি আহি বাধা দিয়ে; শিষ্য বিলাক পলায় যায় )

ৰণবীৰ :—সাবধান দস্যু।

ভাগীৰথ :—কোন তই? আমাৰ সুন্দৰীক নিবলৈ আহিছ।

ৰণবীৰ :—কি কলি পিশাচ? সতী ৰমণীৰ ওপৰত অত্যাচাৰ কৰি দেশৰ অমঙ্গল সাধন কৰিছ। এই ল তোৰ যোগ্য পুৰস্কাৰ।

( ভাগীৰথক পদাঘাট কৰে; ভাগীৰথ পৰি যায় )

অময়ানন্দ :—দূৰ হ ক্ষত্র কুলাঙ্গাৰ।

চক্ৰান্তত অন্ধ হৈ আজি
অমঙ্গল কৰিছ সাধনা ;
পাবি প্ৰতিফল ;
ত্যাগ কৰ ৰাজ্যৰ কামনা।

ৰণবীৰ—ভণ্ড! তোৰ মৃত্যু অনিবাৰ্য্য। তোৰ এই পৈশাচিক লীলাৰ আজি অবসান ঘটাম।

অময়ানন্দ—কি ইমান দৰ্প তোৰ। গৌৰাঙ্গ প্ৰভূৱে তোক এই কাৰণে নিশ্চয় অভিশাপ দিব! ক'ত —ক'ত মোৰ শিষ্য সকল।

গোপীকান্ত—তোমাৰ শিষ্য সকলে আজি তোমাক তুচ্ছ জ্ঞান কৰি আঁতৰি গৈছে।

ৰণবীৰ—কি চাই আছা গোপীকান্ত? এই পিশাচক বান্ধি পেলোৱা।

(গোপীকান্তই অময়ানন্দক বন্দী কৰে)

ৰণবীৰ—(বিকৃত স্বৰে) কি! গৌৰাঙ্গ মহাপ্ৰভুৰ পূজাৰী প্ৰভুৰ আশীৰ্ব্বাদত আজি তোমাৰ পাপৰ প্ৰায়শ্চিত্ত ভোগ কৰিব লাগিব।

অময়ানন্দ—(স্বগতঃ) এই অপমানৰ প্ৰতিশোধ লম।

(অময়ানন্দক লৈ সকলোৱে প্ৰস্থান)

## তৃতীয়দৃশ্য

স্থান--অৰণ্য

সময়—সন্ধ্যা

( বিষন্ন ভাবে উমা ও জটীল )

উমা :—আক কিমান কষ্ট দিয়া প্ৰভু ঘোৰ অৰণ্য কেনি যাব ক'ত আশ্ৰয় পাম ? দয়ামময়। এই আশ্ৰয় হীনাৰ প্ৰতি কৃপা কৰা। উঃ ! পিতৃদণ্ড নিৰ্ব্বাসন। কি কৰো কেনেকৈ মোৰ প্ৰাণৰ · জ্বালা দুমাব পাবিম ? এই হতভাগিনী স্বামী ঘাটিনীৰ মৰণৰ উপায় কি ?

জটীল :— অৰণ্যত কোন থাকে ?

উমা :—সোণ ! ইয়াত বাঘ, ঘোং, হাতী আদি বনৰীয়া জন্তু থাকে।

জটীল :—মানুহ নাথাকেনে আই ?

উমা :—মানুহ ? তোক মানুহৰ কিয় আৱশ্যক সোণ ?

জটীল :—মানুহ যদি নাথাকে আমিনো কেনেকৈ থাকিম ?

উমাকান্তী :—সোণ ! ভগবান সহায় থাকিলে সকলো বিপদ বিঘিনিৰ পৰা ৰক্ষা পাম। হিংস্ৰুক জন্তুও স্বাৰ্থপৰ মানুহতকৈ শ্ৰেষ্ঠ। সময়ত হিংস্ৰুক জন্তুয়েও আমাক সহায় কৰিব।

জটীল :—আই ! ভগৱান ক'ত থাকে।

উমাকান্তি :—ভগবান জলে, স্থলে, গছে, পাতে সকলো ঠাইতে থাকে। তোৰ শৰীৰতো ভগবান আছে।

মানুহে দুখত কাতৰ হৈ তেওঁক চিন্তা কৰিলে সেই দুখ আঁতৰ হয়। তেওঁ ধনী-দুখী সকলোকে সমান চকুৰে চায়।

জটাল :—আই! ভগবান তেওঁ পৰোপকাৰী।

( অলপ দূৰেদি এজন বাটকৰাই এটা গীত গাই যায় )

বাটকৰা :— গীত

দুখৰ বিননী কিয়নো গুনালি
অতীত কাহিনী মেলি
কিয়নো হানিলী নিজৰ পৰাণ
সুখৰ সপোন থেলি।
আশাৰ বন্তী পুনু নজ্বলাই
শোকৰ কবিতা নাগাবি তুনাই
নুশুনাবি আৰু প্ৰাণৰ বেদনা
অতীত কাহিনী মেলি।
ভগবান যদি থাকিব সহায়
দুখৰ পৰিব অবসান
দুখৰ বিননী নুশুনাবি আৰু
ওপৰত আছে ভগবান।

( প্ৰস্থান )

উমাকান্তি :—সৌৱা বাটকৰাই গীত গায় গুছি গল।
[ অলপ আগবাঢ়ি ] পথিক! পথিক! নাই গুছি গল।

জটীল :—আই। আই! মোৰ বৰ পিয়াহ লাগিছে।

উমাকান্তি :—এই অৰণ্যত কৰ পানী পাও সোণ। পখি-ৰুৰ গীতে মোৰ মনত এটা শান্তিৰ ভাব বিৰিভি উঠিছে।

জটীল :—আই। আই মোৰ বৰ পিয়াহ লাগিছে।

উমাকান্তি :—ক'ত এটোপা পানী পাও। গছৰ পাতৰ ৰস উলিয়াই খাবলৈ দিও। [গছৰ পাত চিঙি আনি মোহাৰি ৰস উলিয়াই জটীলক খুৱায়] ৰাজ কুমাৰীৰ আজি এই দশা? গছৰ পাতৰ ৰসেৰে প্ৰাণ ৰক্ষাৰ লগাত পৰিছে।

জটীল :—আই। মোৰ বৰ ভাগৰ লাগিছে। [মাটিত শোৱে]

উমাকান্তি :—ঘোৰ অন্ধকাৰে আগুৰি ধৰিছে। উঃ। মই কলৈ যাম? [অলপ নীৰৱে থাকি] নিষ্ঠুৰ হৃদয় হীন সমাজ! আজি তইঁতৰ চকুত উমা অসতী, কলঙ্কিনী? [জটীলৰ মুৰত ধৰি] সোণ! তই জন্ম গ্ৰহণ কৰিছিলি? ভগবান এৱেইবে তোমাৰ বিচাৰ।

স্তুতি :—

হে দীননাথ দয়াৰ সাগৰ
তোমাৰ দুৱাৰে অভাগিনী
বজোৱা শঙ্খ মঙ্গল উৰুলী
নিৰ্ব্বাসিতা মই কলঙ্কিনী।

কৰা কৃপা প্ৰভু অগতিৰ গতি
তোমাৰ চৰণে কৰিছো ভকতি।

উমাকান্তি :—প্ৰভু! দেখা দিয়া। [ধ্যানস্থ হয়]

[দুৰ্ব্বাসাৰ প্ৰৱেশ]

দুৰ্ব্বাসা :—কোনে কান্দে আজি এই
ঘোৰ অৰণ্যত,
অকস্মাৎ কপে আজি স্থিৰ বুকু মোৰ,
[হঠাৎ উমাক দেখি] কোন? কোন?
ই কি? ৰজাৰ নন্দিনী উমা?
ক্ষীণ দেহ, মলিন বেশ
শোকাতুৰা উন্মাদিনী সাজে
আশ্ৰয় লভিছা এই ঘোৰ অৰণ্যত?

উমাকান্তি :—হে দেৱ! আপোনাৰ কাৰণেই মই অৱন্তীৰ পৰা নিৰ্ব্বাসিত হৈছো। নিষ্ঠুৰ সমাজে মোক কঠোৰ দণ্ড বিধান কৰিছে। উঃ! দেৱ! মোৰ এই বিধৱা কালত কিয় আপুনি পুত্ৰবতী বৰ দি কঠোৰ যন্ত্ৰনা দিছে। সৌৱা আপোনাৰ আশীৰ্ব্বাদৰ নন্দন দুলাল জুই আছে।

দুৰ্ব্বাসা—ওঁ। বুজিছো। নিষ্ঠুৰ সমাজ। তহঁতে আজি দুৰ্ব্বাসাৰ বাক্য লঙ্ঘন কৰি নিজৰ বিপদক মাটি আনিছ। বিনা দোষত সতী নাৰীৰ ওপৰত অত্যাচাৰ কৰি দুৰ্ব্বাসাক অপমান কৰিছ। এয়েই

তুই তৰ ধৰ্ম্ম। কিন্তু মনত ৰাখিবি মই দুৰ্ব্বাসা।
তহঁতৰ এই কু কৰ্ম্মৰ পৰিণাম ভোগ কৰিব লাগিব।
ধ্বংস—ধ্বংস কৰিম এই নিষ্ঠুৰ সমাজ। (প্ৰস্থান)

উমাকান্তি—যোৱা দেৱ। সকলো মোৰ ভাগ্যৰ লিখন।
জটীল উঠ সোণ।

জটীল—( সোৱাৰ পৰা উঠি ) আই—আই। নাৰায়ণ কলৈ গল? নাৰায়ণে মোৰ মূৰত ধৰি আশীৰ্ব্বাদ কৰিছে।

উমাকান্তি—নাৰায়ণক কেনেকৈ দেখিলি?

জটীল—মই ভালকৈ দেখিছো আই। নাৰায়ণ বৰ সুন্দৰ দেখিবলৈয়ো সুন্দৰ; কথা বিলাকো বৰ মধুৰ।

উমাকান্তি—তেন্তে সেই নাৰায়ণক এবাৰ মাতচোন জটীল!

জটীল—স্তুতি—

জয় নাৰায়ণ পতিত পাবন
বিশ্ব বিনাশন নিখিল ৰঞ্জন
জয় লক্ষ্মী বিমোহন সত্য নান
দৈত্য দৰ্প বিনাশিনী
নাৰায়ণ, নাৰায়ণ
নাৰায়ণ নাৰায়ণ।

# চতুৰ্থ দৃশ্য

## স্থান—উদ্যান

( চিন্তামগ্ন—দুৰ্জ্জয়সিংহ )

দুৰ্জ্জয়সিংহ—স্মৃতি ! স্মৃতি ! স্মৃতি ! অশান্তি মোৰ অশান্তি ! চাৰিওফালে অশান্তিৰ জুই জ্বলি উঠিছে। অৱন্তীত আজি ৰক্ষী নাই। আন্ধাৰত আজি পিশাচৰ তাণ্ডৱ নৃত্য চলিছে। সিংহাসন ! ই সিংহাসন নহয়। একুৰা জুই। সেই জুইৰ ওপৰত বহি নীৰবে চকুৰ আগত সুখ দুখৰ' ছবি দেখিব লাগিছো। ( অলপ বৈ ) উঃ ! মই কি কৰিলো ? ( হঠাৎ উত্তেজিত হৈ) উমা ! উমা ! মোৰ স্নেহৰ উমা—আনন্দৰ উমা ক'লৈ গলি ? আহ—তুমি আহ অৱন্তীৰ লক্ষ্মী। মই মনৰ উত্তেজনাত সমাজৰ কঠোৰ বান্ধনত পৰি তোক নিৰ্ব্বাসিতা কৰিলো।

( চন্দ্ৰাৰ প্ৰৱেশ )

চন্দ্ৰা—মহাৰাজ !

দুৰ্জ্জয়সিংহ—কোন—ৰাণী ? যোৱা তুমি যোৱা। মোৰ কুললক্ষ্মী আই নিৰ্ম্মম আচাৰত অৱন্তীৰ পৰা গুচি গৈছে। অৱন্তীৰ কোনো নাই। শূন্য—শূন্য' সকলো শূন্য। কোনো নাই, নীৰৱ, নিস্তব্ধ।

চন্দ্ৰা—আপোনাৰ কি হৈছে ? অলপ শান্ত হওক।

দুৰ্জ্জয়সিংহ :—নোৱাৰো চন্দ্ৰা। মোৰ উমাৰ স্মৃতি চকুৰ

আগত ভাহিঁ উঠিছে। গৌৰা—সেৱা [ লব মাৰি অলপ দূৰত থমকি ৰয় ]

চন্দ্ৰা :—[ ৰজাক গধামাৰি ধৰি ] মহাৰাজ ! মহাৰাজ ! ভগবান ! ইকি কৰিলা প্ৰভু !

দুৰ্জ্জয়সিংহ :—উমাক পালানে চন্দ্ৰা ?

[ ভাগীৰথ আহি দুৰ্জ্জয়সিংহক অভিবাদন জনায় ]

ভাগীৰথ :—মহাৰাজ। গৌৰাঙ্গ মহাপ্ৰভুৰ আশ্ৰমত বৰ তাণ্ডৱ ঘটনা হৈছে। বল্লভসেনৰ ভায়েক ৰণবীৰ আৰু গোপীকান্ত আহি আশ্ৰমৰ সেৱক অময়ানন্দক বন্দী কৰি লৈ গল।

দুৰ্জ্জয়সিংহ :—সুসংবাদ—সুসংবাদ।

চন্দ্ৰা :—বৰ সুন্দৰ হৈছে। অময়ানন্দৰ কু-চক্ৰান্তত মোৰ উমা আজি নিৰ্ব্বাসিতা। কেৱল তাৰ কাৰণেই আজি অবন্তীৰাজ্যত অশান্তিৰ জুই জ্বলি ৰাজ্যৰ শ্ৰী হানি হৈছে।

ভাগীৰথ :—ভুল বুজিছে ৰাণী।

চন্দ্ৰা :—ভুল নহয় সম্পূৰ্ণ সত্য। স্বাৰ্থত অন্ধ হৈ আজি অময়ানন্দই সৃষ্টিৰ বুকত জীৱন্ত পিশাচ ৰূপে ঠিয় দিছে। নিজৰ জন্মভূমিক শ্মশান কৰিবলৈ উন্মত্ত হৈছে। এই কু অভিসন্ধিৰ দ্বাৰাই অন্ধকাৰ লক্ষ্যৰ পথত উজ্জ্বল পোহৰ তুলি ধৰিবলৈ প্ৰধান সহায় হৈছা তুমি। কিন্তু সাৱধান। এই ষড়যন্ত্ৰ ব্যৰ্থ

কবিবলৈ প্ৰধান অস্ত্ৰ মোৰ হাতত আছে।

দুৰ্জ্জয়সিংহ :—নহয় ৰাণী। গৌৰাঙ্গ প্ৰভুৰ আশ্ৰম শত সাধনাৰ মহাতীৰ্থ শান্তিৰ মন্দিৰ। সেই মন্দিৰত আজি দেৱতা নাই। সেই কাৰণেই অময়ানন্দৰ আজি অৱস্থা শোচনীয় হৈছে।

[ ৰণবীৰৰ প্ৰবেশ ]

ৰণবীৰ :—মিছা এটা ধাৰণাক সত্য কৰি গঢ়ি তোলা নিতান্তই অন্যায় হৈছে স্বৰ্গদেৱ। এই পূণ্য ভূমি অৱন্তীৰ বুকত অময়ানন্দই ধ্বংশ যজ্ঞৰ সৃষ্টি কৰিছে। শুনা শুনা মহাৰাজ! তুমিয়েইনে সেই সাৰ্ব্বভৌম অৱন্তীৰ সম্ৰাট দুৰ্জ্জয়সিংহ? নে কোনো মূৰ্ত্তিমান পিশাচ? আশ্ৰমত আজি ধৰ্ম্ম শাস্ত্ৰৰ আলোচনাৰ ঠাইত চলিছে নাৰীৰ সতীত্ব হৰণ মদপীৰ নৃত্য। চকুৰ আগত এনে পাশৱিক অত্যাচাৰ কোনো মানুহেই সহ্য কৰিব নোৱাৰে। গতিকে পাপীষ্ঠক বন্দী কৰা হৈছে।

দুৰ্জ্জয়সিংহ :—অময়ানন্দৰ বিৰুদ্ধে আৰু এটা কথাও নকবি। মই জানো বল্লভসেনে সিংহাসনৰ লোভত ষড়যন্ত্ৰত লিপ্ত হোৱাৰ প্ৰতিদান পাইছে আজি কাৰাগাৰ। সেই বল্লভসেনৰে ভাতৃ তই। কাৰ আদেশত তই অময়ানন্দক বন্দী কৰিলি?

ৰণবীৰ :—জন্মভূমি মাতৃৰ আদেশত।

দুৰ্জ্জয়সিংহ :—কি কলি ?

চন্দ্ৰা :—ধন্যবাদ মাতৃভক্ত কুমাৰ। মোৰো কৰ্ত্তব্যৰ অনু-ৰোধত সেই হাহাঁকাৰ পূৰ্ণ অৱন্তীৰ বুকত শান্তি প্ৰতিষ্ঠা কৰিবলৈ দৌৰি যোৱা।

ভাগীৰথ :—সকলো মিছা কথা মহাৰাজ। সকলো মিছা।

দুৰ্জ্জয়সিংহ :—দূৰ হ কুলাঙ্গাৰ।

ভাগীৰথ :—অৱন্তীৰ দেৱীয়ে আজি লক্ষ্য হাৰা হৈ পথ ভ্ৰষ্ট পথিকৰ দৰে ঘূৰি ফুৰিছে। অৱন্তীৰ প্ৰজাই আজি অশান্তিত আৰ্ত্তনাদ কৰি উঠিছে। কিন্তু ইয়াৰ প্ৰতিকাৰ ক'ত ?

দুৰ্জ্জয়সিংহ :—বক্তব্যৰ আৱশ্যক নাই। অতি শীঘ্ৰে অময়া-নন্দক মুক্তি দিয়া।

ভাগীৰথ :—হয় মহাৰাজ! অময়ানন্দৰ অভাৱত আশ্ৰম একেবাৰেই ৰসাতললৈ গল।

ৰণবীৰ :—আক অময়ানন্দৰ লগত তয়ো ৰসাতললৈ যা।

[ ভাগীৰথক পদাঘাট কৰি বেগে প্ৰস্থান ]

দুৰ্জ্জয়সিংহ :—ইমান স্পৰ্দ্ধা। কোন আছ! কোন আছ! এই ৰাজদ্ৰোহী ৰণবীৰক বন্দী কৰ। আৰু শীঘ্ৰে অময়ানন্দক কাৰাগাৰৰ পৰা মুক্ত কৰ।

[ বেগে প্ৰস্থান, পিছে পিছে ভাগীৰথৰ প্ৰস্থান ]

চন্দ্ৰা :—অময়ানন্দ! তোৰ এই কৃতঘ্নতাৰ পৈশাচিক অভিনয় দেখি মোৰ কোমল নিৰ্ম্মল হৃদয়ত আজি হিংসাৰ জুই জ্বলি উঠিছে। [ প্ৰস্থান ]

## পঞ্চম দৃশ্য

স্থান—অৰণ্য

সময়—দুপৰিয়া

[ পাহাড়ী লৰা ছোৱালী বিলাকে হাতত ধনু শৰ লৈ লৰি আছে আৰু নাচি নাচি গান গায় ]

সকলোৱে :— গীত—

বনৰ হৰিণ আমি সদায় ধৰিম
আমাৰ লগত ৰাখি মৰম কৰিম
পিন্ধাম ফুলৰ মালা
শিকাম অলেখ খেলা
একেলগে নচি ৰাগি সদাই উমলিম।

বিণু :—আজি আমাৰ পৰবৰ দিন। তই পাহৰিলোনে কি ? কালি আমাৰ চিকাৰী ৰজাই কৈছিল ; মোৰ হলে মনত আছে।

জিনু :—হয় ; ঠিক কথা। মই পাহৰিছিলে ; বাৰু আমাৰ এই পৰৱত কি কি হব বিণু ?

বিণু :—বহুত হব ; নাচ, গান, খেল, ধেমালি আৰু যে কত কি ৰকমৰ হব ; তই দেখিলে আচৰিত হবি।

মিনু :—ময়ো নাচিম দেই জিনু। তই বাজনা বজাবি, বিণুৱে গাণ গাব আৰু মই নাচিম।

বিণু :—(হঠাৎ দূৰলৈ লক্ষ কৰি) সৌটো এটা পোৱালী আছে। বেগাই বাও ধৰোগৈ।

জিমু—মিমু :—ক'ত ? ক'ত ? ( সকলো লৰি গুছি যায় )

( উন্মাদীনি বেশে উমাকান্তিৰ প্ৰৱেশ লগত জটীল )

উমাকান্তি :—কোনে মাতে ? কোনে মাতে ? ( চাৰিও ফালে চাই )

এই জন হীন স্থানত কাৰ সেই কণ্ঠস্বৰ ? নাই কোনো নাই। এই অভিশপ্ত জীৱন লৈ লক্ষ্য হীন ধুমকেতুৰ দৰে এখন বিৰাট বিশ্বত দৌৰি ফুৰিছো, কিন্তু এই অভাগিনীৰ কল্যাণ নহল। মৃত্যুক আলিঙ্গন কৰি পূৰ্ণ উৎসাহে দৌৰি আহিছো নিষ্ঠুৰ অদৃষ্টই মোৰ সেই কৰ্ত্তব্যত বাধা দি শান্তিৰ অৱসান ঘটাইছে ?

জটীল :—আই ! চোৱাচোন। সৌখিলাক হৰিণা পোৱালীয়ে কেনেকৈ আনন্দত জপিয়াই ফুৰিছে।

উমাকান্তী :—সোণ ! সিহঁতৰেই জীৱন সুখী। সিহঁতে নিচিন্তমনে আনন্দত মতলীয়া হৈ নাচি ফুৰিছে।

( হঠাৎ বিণু, জিমু, আৰু বিমু দৌৰি আহে )

বিণু— :—সৌটো এই ফালে আহিছে।

জিমু—( উমাক দেখি ) ই কি ?

( সকলোৱে একেথৰে উমাৰ ফালে চাই থাকে )

বিণু :—নিশ্চয় দেৱী।

জিমু :—( উমাক ) কোৱা কোন তুমি ?

উমাকান্তি :—( নীৰৱ )

জিমু :—মামাজা কিয় দেৱি ? এইজন কাৰ কন্যা ?

উমাকান্তি :— নিষ্ঠুৰ মানুহৰ। সভ্যতাৰ পোহৰত জিলিকনি পৰি এনে অৱস্থা হৈছে।

বিণু :—কি হৈছে?

উমাকান্তি :—তোমালোক কোন?

বিনু, জিনু, বিণু : আমি? (তিনিয়ো হাতত 'ধৰাধৰিকৈ উমাৰ চাৰিও ফালে ঘূৰি ঘূৰি গান গাই নাচে)

(গান)

বনৰ মানুহ আমি বনত থাকো
বনৰ হৰিণ ধৰি সদাই নাচো
বনৰ চৰাইৰ মাতত সুৰ মিলাই
একেলগে গান গাওঁ হেপাহ পলাই
জুৰিতিৰ চিঞৰে
মন-প্ৰাণজুৰে
নাচি নাচি ঘুৰি ফুৰো অনাই বনাই।

(উমাক ও জটীলক তিনিয়ো মাজত লৈ নাচি নাচি গান গায় গুছি যায়)

# ৬ষ্ঠ দৃশ্য

কাৰাগাৰ

(বল্লভসেন কাৰাগাৰত আবদ্ধ ক্ষীণ দেহ চুলি আউল বাউল ওচৰতে ছুটা সৈন্য শুই থাকে)

বল্লভসেন :—কাল চক্ৰত আজি মই বন্দী। উঃ মানুহে স্বাৰ্থৰ বশবৰ্ত্তী হৈ ইমান হীন কাম কৰিব পাৰে। ইও কি সম্ভৱ? তেন্তে মানুহ আৰু পশুৰ প্ৰাৰ্থক্য কত? এয়েই সংসাৰ? এয়েই সংসাৰৰ নীতি। স্বাৰ্থত অন্ধহৈ আজি মানুহে মানুহৰ তেজ খাবলৈ আগ বাঢ়িছে। ভগবান! ক'ত তোমাৰ সৰ্ব্ব শক্তিমান নামৰ সাৰ্থকতা! তোমাৰ সৃষ্টিৰাজ্যত ইমান অত্যাচাৰ তথাপি তুমি নীৰব!

(লাহে লাহে গোপীকান্ত সোমাই আহে। শুই থকা সৈন্য দুটাৰ নাকত ঔষধ দিয়ে॥)

গোপীকান্ত :—নিচিন্ত মনে শুই থাক। কোনো ভয় নাই।

বল্লভসেন :—কোন?

গোপীকান্ত :—সেনাপতি ডাঙৰীয়া ভয় নকৰিব। মই গোপীকান্ত আপোনাক কাৰাগাৰৰ পৰা মুক্ত কৰিবৰ কাৰণে ইমান গভীৰ ৰাতি ছদ্মবেশ ধৰি ইয়ালৈ আহিছো।

বল্লভসেন :—(আচৰিত হৈ) গোপীকান্ত?

গোপীকান্ত :—হয় সেনাপতি, মই গোপীকান্ত।

বল্লভসেন :—তুমি কেনেকৈ ইয়ালৈ আহিলা?

গোপীকান্ত :—সৈনিকৰ পোচাক পিন্ধি নগৰ ৰক্ষকৰ চকুত ধূলি দি এইখিনি পালোহি। ইয়াত থকা সৈন্য দুটাকো নাকত ঔষধ দি নিচিন্ত হৈ আছো।

বল্লভসেন :—মোক কেনেকৈ মুক্ত কৰিবা গোপীকান্ত ?

গোপীকান্ত :—মোৰ জীৱন দিয়ো আপোনাক মুক্ত কৰিম। কোনো চিন্তা নকৰিব। সৈনিকৰ পোচাক পিন্ধি সুকলমে দুৱোঁ বাহিৰ হৈ যাব পাৰিম। আইদেউ এতিয়া শত্ৰুৰ আশ্ৰয়ত আছে; আপোনাক মুক্ত নকৰিলে বিদ্ৰোহীৰ অত্যাচাৰত গোটেই অৱন্তীৰাজ্য ধ্বংশ হ'ব।

বল্লভসেন :—তেন্তে ?

গোপীকান্ত :—পলমৰ আৱশ্যক নাই। আহক ( কাৰাগাৰৰ দুৱাৰ খোলে, বল্লভসেন বাহিৰ হৈ আহে ) এই লওক সৈনিকৰ পোচাক।

( বল্লভসেনে নিজৰ কাপোৰ খুলি সৈন্যৰ কাপোৰ পিন্ধে )

গোপীকান্ত :—কাৰ্য্যসিদ্ধি। [ উভয়ৰে প্ৰস্থান ]

১ম সৈন্য :—[ টোপনিত ] বকচিচ বহুত পাম বহুত পাম।

[ অনন্ত ৰামৰ প্ৰৱেশ ]

অনন্তৰাম :—সৈনিক! সৈনিক! ইকি? কোনো সাৰ সুৰ নাই! [ ইফালে সিফালে চাই কাৰাগাৰৰ দুৱাৰ খোলা দেখি আচৰিত হৈ ] বন্দী কলৈ গল? সৈনিক [ ২য় সৈনিকৰ গাত হেচি দি ] উঠ।

২য় সৈনিক :—ৰবি' অ' মই এটা সপোন দেখিছিলো।

[ লৰালৰিকৈ উঠি চকু মুখ মোহাৰি অনন্তৰামৰ ফালে চাই থাকে ]

অনন্তৰাম :—কি চাইছ ? বন্দী কলৈ গল ?

২য় সৈনিক :—দেউতা ! এতিয়াই আছিল নহয়। মই আপুনি অহাৰ লগে লগেই শুইছিলো। চিলমিল টোপনিত এটা সপোন দেখোঁতেই আপুনি আহি মোক মাতিছে।

অনন্তৰাম :—তহঁতক শুবৰ কাৰণে ইয়াত ৰখা হৈছিল ? বন্দী কলৈ গল সত্য কথা ক ?

২য় সৈনিক :—নাজানো দেউতা ; আপোনাৰ চৰণ চুই কৈছো ; সমূলি নাজানো।

[ অনন্ত ৰামৰ ভৰিত ধৰে ]

অনন্তৰাম [ পদাঘাত কৰি ] দূৰ হ বেইমান।

[ ২য় সৈনিকে ভয়ত কপিবলৈ ধৰে ]

২য় সৈনিক :—[ হাত জোৰ কৰি ] অধমৰ গাত দোষ নাই দেউতা। কিবা যাদু মন্ত্ৰৰ বলতহে পলাই গল।

অনন্তৰাম :—মনে মনে থাক কুকুৰ [ মাৰিবলৈ খেদি যায় ; ২য় সৈনিক লৰি গৈ হঠাৎ ১ম সৈনিকৰ গাত উজুটি খাই পৰে ]

১ম সৈনিক :—[ চিঞৰ মাৰি উঠি ] কি ঐ এইটো ? [ ২য় সৈনিকক গৰা মাৰি ধৰে ] চোৰ চোৰ।

অনন্তৰাম খবৰদাৰ গণ্ডগোল বন্ধ কৰ।

১ম ও ২য় সৈনিক :—দেউতা ! দেউতা ! [ ভয়ত কপিবলৈ ধৰে ]

অনন্তৰাম :—তহঁতৰ কৰ্ত্তব্যবোধ হীনতাত বন্দী পলাই গৈছে। ইয়াৰ উপযুক্ত শাস্তি ভোগ কৰিব লাগিব। যা এই মূহুৰ্ত্তেই বন্দীক বিচাৰি লৈ আহ। যদি কামত গাফিলি কৰ তেন্তে তহঁতৰ শাস্তি প্ৰাণদণ্ড।

[ সৈনিক দুটাই সেৱা কৰি গুছি যায় ]

অনন্তৰাম :—চক্ৰান্ত ঘোৰ চক্ৰান্ত। এই চক্ৰান্তৰ মূল নষ্ট কৰিব নোৱাৰিলে মোৰ সকলো চেষ্টা ব্যৰ্থ হব। একালে অবন্তীৰাজ্যৰ উত্তৰাধিকাৰিণী উমাৰ জীৱন আনফালে মোৰ সিংহাসন লাভৰ আকাঙ্ক্ষা। একালে ঘোৰ সন্দেহ আনফালে আনন্দৰ জিলিকনি। [ অলপ সময় চাৰিও ফালে চাই ] নহয় নহয়; ধৰ্ম্ম পথ অবলম্বন কৰিলে কাৰ্য্য সিদ্ধি নহয়। সন্মুখত প্ৰতিহিংসাৰ ছবি জ্বলি উঠিছে। কৰ্ত্তব্যই মোক চিঞৰি মাতিছে। সোৱা সোৱা।

[ দৌৰি প্ৰস্থান

## সপ্তম দৃশ্য

স্থান—জপলুৰ ঘৰ

সময়—ৰাতিপুৱা

[ জপলুৱে একান্তমনে ধনু কাড় সজাত ব্যস্ত থাকে ]

জপলু :— এইখন ধনু মোৰ পোনাক দিম। সি অতি কম

সময়ৰ ভিতৰতে বৰ ভাল চিকাৰী হ'ব। লৰাকেইটা দেখি বৰ মৰম লাগে। এনে সুন্দৰ লৰাকণকনো কোন সতে হাবিত এৰি থৈ গল বোপাই।

[ জটীল লৰি আহি জপলুৰ সন্মুখত ঠিয় হয় ]

জটীল :—বনৰ ককা! এইখন কাক দিবা ?

জপলু :—মইনা! এইখন ধনু তোমাৰ কাৰণেই কৰিছো। আমাৰ বিনু, জিনু আৰু বিণুৰ দৰে হাবিত হৰিণ ধৰিব পাৰিবা! এতিয়া কি খালা মইনা ? [ থুটৰিত ধৰি লৰাই দিয়ে ]

জটীল :—মই জলপান খালো বনৰ ককা। আইয়ে হলে একো নাখালে।

( বিনু, জিনু আৰু বিণু লৰি আহি জটীলৰ হাতত ধৰি নাচিবলৈ ধৰিলে )

বিনু :—জটীল এটা গান গা ভাই।

জটীল :—মই গান গাব নাজানো নহয়। মোকনো শিকাওতা মানুহ কোন আছে ?

জপলু :—তইঁতে জটীলক লগত লৈ ফুৰিবি। সদাই একে লগে চিকাবলৈ যাবি দেই।

( উমাকান্তিৰ প্ৰৱেশ )

উমাকান্তি :—সোণ! আজি তই একো নোখোৱাকৈ কিয় আহিলি ?

জটীল :—আই মই একো নাখাও ।
উমাকান্তি :—কিয় ?
জটীল :—নাৰায়ণৰ পূজা শেষ কৰিছে খাম ।
উমাকান্তি :—নাৰায়ণে জানো তোক চিনি পায় ?
জটীল :—নিশ্চয় পায়। তেওঁ মোক বৰ মৰম কৰে আই।
জপলু :—আই উমা ! ইমান দিনে তোমাৰ পৰিচয় নিদিলা।
কিন্তু :—আজি তুমি সচা কথা কবই লাগিব। কোৱা তোমাৰ পিতা কোন ?
উমাকান্তি :—সোণ! তই যা বীনুহঁতৰ লগত ধেমালি কৰগৈ। ( বীনু, জিনু, ৰিণু আৰু জটীলৰ প্ৰস্থান ) উঃ! ( হুমুনিয়াহ পেলাই ) সুধিছে যেতিয়া কও। মোৰ দুৰ্ভাগ্য ! পিতা মোৰ অৱন্তীৰ সম্ৰাট।
জপলু :—( আচৰিত হৈ ) কি! তুমি অৱন্তীৰ ৰাজকন্যা ?
উমাকান্তি :—( চকুলো টুকি ) হতভাগিনী উমা।
জপলু :—তেন্তে এনে হীন অৱস্থা কিয় ?
উমাকান্তি :— ভাগ্যৰ লিখন। দুৰ্ব্বাসাৰ বৰত এই পোনাকন জন্ম হল। সেই দোষতেই সমাজৰ কঠোৰ বান্ধোনত পৰি পিতাই নিৰ্ব্বাসিত কৰিছে।
জপলু :—নিৰ্ব্বাসিত কৰিছে এজনী নিৰ্দ্দোষী নাৰী ? আচৰিত কথা! ( উমাক গৰামাৰি ধৰি ) আই উমা! তুমি ৰাজকন্যা হৈ আজি এই [illegible] ঘৰত থাকি কিমান কষ্ট ভোগ কৰিছা ?

উমাকান্ত :—আৰ্য্য আৰু অনাৰ্য্যৰ মাজত প্ৰাৰ্থক্য ক'ত, দেখিলে? যি আৰ্য্যই নিজক শিক্ষিত, জ্ঞানি বুলি নিজকে গৌৰৱ অনুভৱ কৰি অনাৰ্য্যক তুচ্ছ জ্ঞান কৰে, যিন কৰে সেই অনাৰ্য্যৰ কাৰ্য্য কলাপত আজি আৰ্য্যৰ ৰূপ অন্ধকাৰত বিলীন হৈ গৈছে। কোনে কয় আপুনি অনাৰ্য্য পাহাড়ী? প্ৰকৃত আৰ্য্য আপুনি। আপুনি দেৱতুল্য। তুচ্ছ ধন সম্পত্তিৰ লালসাত উন্মত্ত হৈ, আৰ্য্য সমাজৰ অন্ধ বিশ্বাস ভুল ধাৰণাক আকোৱালি ধৰি যি এনে জঘন্য কামক প্ৰশ্ৰয় দিয়ে সি হীনতকৈয়ো হীন।

জপলু :—ঠিক কৈছা আই। আমালোকৰ অন্তৰ সদায় পৱিত্ৰ। কিন্তু আমি শিক্ষাৰ পৰা বহুত দূৰত। ধন সম্পত্তি আৰু ভাল ঘৰবাৰী নোহোৱাৰ কাৰণেই আৰ্য্যসকলে সদায় হেয় জ্ঞান কৰে।

উমাকান্ত :—কিন্তু এনে নিয়ম সদায় থাকিব নোৱাৰে।

জপলু :—তোমাৰ নিৰ্ব্বাসনৰ পিচত দুৰ্ব্বাসাক পাইছিলানে?

উমাকান্ত :—দুৰ্ব্বাসাৰ আশীৰ্ব্বাদৰ বাহিৰে অন্য একো নাই। (দুৰত ভয়ঙ্কৰ শব্দ শুনি) ই কিহৰ শব্দ?

জপলু :—বোধকৰো কোনো ঋষি মুনি আহিছে।

(দুৰ্ব্বাসাৰ প্ৰৱেশ)

দুৰ্ব্বাসা :—হৰি ওঁ—হৰি ওঁ—হৰি ওঁ। [illegible] নাই কোনো [illegible] নাই। অনেকবাৰ [illegible] কথা কৈছো।

কিন্তু দুৰ্ব্বাসাই এইবাৰ ক্ষমা নকৰে। অভিশাপত সেই অবন্তীৰাজ্য ভষ্মিভূত কৰিম। (হঠাৎ ত্ৰিশূল ডাঙি) জ্ঞান হীন অবন্তীৰাজ! তোৰ এইবাৰ পৰিত্ৰাণ নহব।

উমা, জপলু:—প্ৰণাম চৰণে, (দুৰ্ব্বাসাক সেৱা কৰে)।

দুৰ্ব্বাসা:—উমা সতী ৰমনী। দুখ নকৰিবা; তোমাৰ মঙ্গল হব। যোৱা জপলু, তোমালোকে অবন্তী-ৰাজ্যলৈ গৈ অবন্তী সম্ৰাটক ধৰি লৈ আহা। তাৰ পিচত মই ব্ৰহ্ম শক্তিৰে তাক ধ্বংশ কৰিম। যোৱা তোমাৰ শিষ্য সকলক লৈ যুদ্ধ আয়োজন কৰা।

[প্ৰস্থান]

জপলু:—ঠিক কথা। বিনা দোষত সতী কন্যাক নিৰ্ব্বাসন দিছে। ইযাৰ প্ৰতিশোধ লব লাগিব। অন্যায়ৰ প্ৰতিকাৰ অন্যায়েৰে কৰিব লাগিব। ভক্তিৰ আৱশ্যক নাই।

(বিন্নু, জিন্নু, ৰিণু, আৰু জটিল প্ৰৱেশ)

জটীল:—আই! এতিযা কোন আহিছিল?

উমাকান্তি:—মোৰ কলঙ্কৰ সৃষ্টি কৰ্ত্তা এজন ঋষি।

জটীল:—অ' সেই ঋষি।

জপলু:—আহা উমা! আমি কৰ্ত্তব্যত আগ বাঢ়োগৈ।

(সকলোৱে প্ৰস্থান)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

স্থান—বল্লভসেনৰ ঘৰ

সময়—আবেলি

( মনোমায়াই একান্ত মনে বহি এখন কিতাপ পঢ়ি থাকে )

মনোমায়া :—( অকলে ) কিতাপ বিলাকত কেৱল একেটা কথাকে বাৰে বাৰে লিখি থাকে। সেই সৰু কালতে পঢ়া প্ৰথমে আখৰ শিকা কিতাপ খনতে লিখা আছে "গুৰু জনক ভক্তি কৰিবা, চোৰৰ চহকী নাই, পতি পৰম গুৰু, কাকো হিংসা নকৰিবা। কিন্তু এতিয়া এই জ্ঞানী সমাজত তাৰ বিপৰীত ঘটিছে কিয় ? উঃ। বেছেৰী উমাৰ কথা মনত পৰিলে অন্তৰ শুকাই যায়। এতিয়া তাই ক'ত আছে; কি কৰিছে কোনে জানে ? বিনা দোষত সেই সতী লক্ষ্মীক কষ্ট দিছা কিয় প্ৰভু ?

( বল্লভসেন মনে মনে আহি মনোমায়াৰ দুই চকু পিচফালৰ পৰা জপাই ধৰে। )

মনোমায়া :—কোন ?

বল্লভসেন :—( নিমাত )

মনোমায়া :—মই কিন্তু চিনিচো।

বল্লভসেন :—( নিমাত )

মনোমায়া :—( বল্লভসেনৰ আঙুলি এটাত চিকুত মাৰি

দি ) এতিয়া কেনে মজা ?

বল্লভসেন :—( হাত চকুৰ পৰা এৰুৱাই ) উ-হু-হু ! সুকোমল গোলাপ ফুল যে কাইটৰ মাজত হে থাকে, মই এতিয়াহে ভাবি পাইছো।

মনোমায়া :—কাইটৰ মাজত মই নাই। আপুনিহে আছে।

বল্লভসেন :—মইহে আছো ?

মনোমায়া :—নিশ্চয় ! মানুহ হত্যা কৰাৰ অস্ত্ৰ আপোনাৰ হাতত আছে।

বল্লভসেন :—ই বিষাক্ত বস্তু নহয় মনো, শত্ৰু দমন কৰি শান্তি প্ৰতিষ্ঠা কৰাৰ এটা ঔষধ মাত্ৰ।

মনোমায়া :—শান্তি প্ৰতিষ্ঠা কৰিবলৈ যাওতেই কিছুমান নিৰ্দ্দোষী মানুহে জীৱন শেষ কৰিব লগাত পৰে।

বল্লভসেন :—ভগবানক তুষ্ট কৰোতে যেনেকৈ বলী দিয়াৰ প্ৰয়োজন, ঠিক অত্যাচাৰীক দমন, কৰোতেও নিৰ্দ্দোষীৰ প্ৰাণ নাশৰ আৱশ্যক। এই কাৰণে এনে কামত কোনো পাপ নহয় !

মনোমায়া :—মই এইটো কেতিয়াও স্বীকাৰ কৰিব নোখোজো শত্ৰুক মিত্ৰভাৱে আবদ্ধ কৰাটোহে ন্যায়সঙ্গত যুক্তি।

বল্লভসেন :—তোমালোক তিৰোতা মানুহে কি জানিবা ? বান্দৰে কি নাৰিকলৰ মোল বুজে।

মনোমায়া :—ঠিক কথা কৈছে। সেই কাৰণেই ৰাজ-কন্যা উমাৰ এনে অৱস্থা হৈছে।

বল্লভসেনঃ —তোমাৰ লগত নোৱাৰি। আজি ৰাজ-কন্যা উমাৰ প্ৰতি কৰা অবিচাৰৰ কাৰণেই মই ৰাজদ্ৰোহ আচৰণ কৰিছো। এই সুবিধাৰ আশ্ৰয় লৈ ভণ্ড-তপস্বী অমৰানন্দই সেনাপতি অনন্তৰামৰ সৈতে যোগ হৈ ৰজাৰ বিৰুদ্ধে গোপন ষড়যন্ত্ৰ কৰিছে। কিন্তু মনোমায়া থিক জানিবা এই বিদ্ৰোহী দলক দমন নকৰিলে অৱন্তীৰ সুখৰ সপোন অতি সোনকালেই ভাগি যাব।

মনোমায়া :—ই অতি সচা কথা। কিন্তু—আপোনাৰ লগত যে মানুহ বৰ কম। কাৰাগাৰৰ পলাই অহাৰ পিচত চোৰাং চোৱাই আপোনাক বিচাৰি ফুৰিছে।

বল্লভসেন :—হওক কম; তথাপি বল্লভসেনে সিহঁতক এই অসৎ কামত আগবঢ়াত প্ৰত্যেক মুহূৰ্ত্ততেই বাধা দিব। মোক চোৰাং চোৱাই কি ধৰিব। সিহঁতক মই উপযুক্ত পুৰস্কাৰ দি মোৰ হাতত বান্ধি লৈছো।

[ নেপথ্যত গণ্ডগোল ও মাৰ ধৰ শব্দ হয় ]

মনোমায়া :—[ আচৰিত হৈ ] কিহৰ গণ্ডগোল ?

বল্লভসেন :—[ ভালকৈ কাণ দি ] ভীষণ গণ্ডগোল আৰম্ভ হৈছে।

[ এটা সৈনিক লৰি আহে ]

সৈনিক :—[illegible] মহাৰাজৰ অমৰানন্দ আৰু অনন্তৰামক [illegible] বন্দী কৰি

লৈ গল। অনেক চেষ্টা কৰিয়ো ৰক্ষা কৰিব নোৱা-ৰিলো। বিপক্ষদলৰ সৈন্য বেছি থকাত ৰজাৰ সৈন্য তিষ্ঠিব নোৱাৰি সকলো পলাই গল।

বল্লভসেন :—মহাৰাজক ধৰি নিলে? পুনৰ সংগ্ৰামৰ সৃষ্টি হল। মনো! তুমি অন্তঃপুৰলৈ যোৱা মই আহিলো।

(সৈনিক আৰু বল্লভসেনৰ প্ৰস্থান)

মনোমায়া : ভগবান! তোমাৰ মহিমা বুজা বৰ টান। ই কি কৰিলা প্ৰভু! আকৌ অবীৰ বুকত জুই জ্বলি উঠিল। (বেগে প্ৰস্থান)

## দ্বিতীয় দৃশ্য

স্থান :—যুদ্ধ ক্ষেত্ৰ

(লৰি ৰণবীৰৰ প্ৰবেশ)

ৰণবীৰ :—নোৱাৰিলো। কোনো মতেই ৰক্ষা কৰিব নোৱাৰিলো। ৰাজ সেনা ছিন্ন ভিন্ন। বিদ্ৰোহীৰ দলে মহাৰাজক ধৰি লৈ গল। সৈন্য সামন্ত সকলো পলাল। দাদাও নাই; কি কৰো? কলৈ যাও? কোনে আজি অবন্তী ৰাজক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিব?

(বেগে বল্লভসেন, নৰৰত্ন আৰু কিছুমান ৰাজ সৈন্যৰ প্ৰবেশ)

বল্লভসেন : ৰণবীৰ ! ৰণবীৰ ! বেগাই যোৱা, অন্তঃপুৰত ৰাণী ও লিপিৰী বিলাকক ৰক্ষা কৰাগৈ। শত্ৰু যাতে ৰাজ কাৰেঙত প্ৰবেশ কৰিব নোৱাৰে তাৰ কাৰণে সুব্যবস্থা কৰিবা। গোপীকান্তৰ জগত সৈন্য সামন্ত দি নগৰ ৰক্ষকৰ ভাৰ দিবা।

(ৰণবীৰৰ প্ৰস্থান)

[ নেপথ্যত "জয় গৌৰাঙ্গ মহাপ্ৰভূৰ জয়" ধ্বনিৰ শব্দ হয় ]

নৰবস্ত্ৰ :—শত্ৰু আহি ওচৰ পালেহি। সাবধান হোৱা।

[ হঠাৎ অনন্তৰাম, ব্ৰজসিংহ আৰু কিছুমান সৈন্য আহি আগুৰি ধৰে ]

ব্ৰজসিংহ :—সৈন্যবোৰ আক্ৰমণ কৰ।

বল্লভসেন :—প্ৰবঞ্চক পিশাচ। অৱন্তীৰ বুকত আজি তই পাপ খেলা আয়োজন কৰিছ। অকৃতজ্ঞ দেশদ্ৰোহী এইবাৰ তোৰ পৰিনাম চিন্তা কৰ।

অনন্তৰাম : ইমান স্পৰ্দ্ধা। সেই পতিতাৰ প্ৰৰোচনাত তোৰেই এই দস্যুতাৰ অভিনয়। কুকুৰ ভৃত্য দাস। দূৰ হ দূৰ হ।

নৰবস্ত্ৰ :—ৰাজকুলৰ চিৰ গৌৰৱ এটাক হেয়, ঘৃণনীয় ভণ্ড তপস্বীৰ পদতলত থৈ ৰাজবংশৰ কলঙ্ক আনিব নোখোজো। শুনা শুনা ৰাক্ষস ! তোমাৰ এই স্পৰ্দ্ধাৰ সীমা পাৰ হৈ গৈছে। ক্ষমা নহয়। সৈন্য

বোৰ ব। কৰ এই ভণ্ডক।

ব্ৰজসিংহ :—হাঃ হাঃ হাঃ! মূৰ্খ মন্ত্ৰী তোমাৰ ৰাজনৈতিক বুদ্ধিতকৈ ব্ৰজসিংহৰ কূট বুদ্ধি কিমান ভয়ঙ্কৰ? এবাৰ ভালকৈ চিনি লোৱা।

বল্লভসেন :—অস্ত্ৰধৰ অ'ত্ম ৰক্ষা কৰ।

[ উভয়ে যুদ্ধ কৰি প্ৰস্থান ]

[ ভাগীৰথৰ ডিঙিত চেপা' মাৰি ধৰি এটা সৈন্যই টানি লৈ আছে, ভাগীৰথে চিঞৰে ]

সৈনিক :—কেনে মজা পাইছ? চাও আজি তোৰ গুৰু-দেৱে কেনেকৈ তোক ৰক্ষা কৰে?

ভাগীৰথ :—তেৰ বোপাই এৰি দে ঐ। মই মৰিলে মোৰ লৰা ছোৱালীৰ কি অৱস্থা হব। এৰি দে ঐ মই তোৰ নিকিনা গোলাম হম ঔ।

সৈনিক :—সেই ভাল খাতিৰ নহৈছে। তই কিনা গোলাম হলেও চাৰণ নাই। নিকিনা গোলাম হলেও চাৰণ নাই। আজি সেনাপতিৰ ওচৰলৈ নিলে ভালকৈ জলপান এটি খাবলৈ পাবা।

ভাগীৰথ :—তোৰ ভৰিত ধৰিছো, এৰি দে ঐ

সৈনিক :—মুখ বন্ধ কৰ।

[ অময়ানন্দ লৰি আহি সৈনিকক বাধা দিয়ে, সৈনিক লৰ মাৰে ]

ভাগীৰথ :—প্ৰভু! আজি আপুনি ৰক্ষা নকৰা হলে, মোৰ

কালে পটং হ'লহেঁতেন।

অমৰানন্দ :—কোনো ভয় নকৰিবা। ৰাজ প্ৰসাদৰ পৰা ৰাণী ও লিগিৰীবিলাক কলৈ গল?

ভাগীৰথ :—নাজানো প্ৰভু।

অমৰানন্দ :—তুমি যোৱা। ৰজাক বন্দী কৰি থৈ আহিছো কাৰাগাৰৰ ওচৰত অতি সাৱধানে থাকাগৈ।

[ ভাগীৰথৰ প্ৰস্থান ]

অমৰানন্দ :—আনন্দ—আনন্দ! হাঃ হাঃ হাঃ অৱন্তীৰাজ বন্দী। ৰাজ সৈন্য চক্ৰ ভঙ্গ। এক মুহূৰ্ত্তৰ ভিতৰত এনে কূট কৌশলৰ দ্বাৰা এটা হুলস্থুলৰ সৃষ্টি কৰিলো যে ৰাজ সেনাই তিষ্ঠিব নোৱাৰি চাৰিওফালে পলা-বলৈ বাধ্য হল। লোকৰ দ্বাৰাই কাৰ্য্য সিদ্ধি কৰি সিংহাসন লাভ কৰিব এই অমৰানন্দই।

[ প্ৰস্থান ]

## পট পৰিবৰ্ত্তন।

যুদ্ধৰ একাংশ

[ অনন্তৰাম আৰু বল্লভসেনে যুদ্ধ কৰি আছে ]

বল্লভসেন :—নিদাৰুণ যন্ত্ৰণা ভোগ কৰিব লাগিব। দেশ-দ্ৰোহী কুলাঙ্গাৰ এইবাৰ তোৰ পৰিত্ৰাণ নাই।

অনন্তৰাম :—বিশ্বাস ঘাটক ! জীৱনৰ আশা ত্যাগ কৰ।
সিংহাসনৰ লোভত উন্মত্ত হৈ সিংহৰ ওচৰত কেৰ
পাতিছ। আত্ম-সমৰ্পণ কৰ।

বল্লভসেন :—অস্ত্র ধৰ।

[যুদ্ধ হয়; অনন্তৰামৰ হাতৰ অস্ত্র পৰি যায়।
বল্লভসেনে অনন্তৰামৰ ওপৰত জপিয়াই পৰে]

অনন্তৰাম :—উঃ! মোক ৰক্ষা কৰা! ৰক্ষা কৰা।

বল্লভসেন :—পাপীষ্ঠ। তোক শেষ কৰি অৱন্তীৰ অশান্তি
দূৰ কৰিম। এই চা [বুকত চুৰি মাৰি উঠি আহি]
হাঃ হাঃ হাঃ চমৎকাৰ! চমৎকাৰ!

[প্ৰস্থান]

## তৃতীয় দৃশ্য

স্থান—কাৰাগাৰ

(বন্দী—দুৰ্জ্জয়সিংহ)

দুৰ্জ্জয়সিংহ :—প্ৰভু গৌৰাঙ্গ! কি কৰিলা! ইয়াকে
কৰিবলৈ তুমি ইমান দিনে অপেক্ষা কৰিছিলা? মইতো
কোনো পাপ কৰা নাই; কোনো অন্যায় কৰা
নাই। উঃ। অৱন্তী পত্নিৰ আজি এই দুৰ্দ্দশা।
মোৰ উদ্ধাৰৰ কাৰণে কি ৰাজ্যত প্ৰজাবিলাকে চেষ্টা
কৰা নাই? তেন্তে সৈন্ত সামন্ত সকলোৱে মোৰ

বিৰুদ্ধাচৰণ কৰিছে? উঃ। পিয়াহত প্ৰাণ যায় পানী—অলপ পানী দিয়া। কোন আছা মোক অলপ পানী দিয়া। বন্ধু সকল। ভাই সকল! মৰমৰ প্ৰজা সকল! তোমালোকে মোক অলপ পানী দিয়া—আৰু একো নালাগে! মাত্ৰ এটোপা পানী (ক্ৰমান্বয়ে মাত হ্ৰাস হৈ আহে) নাই? কোনো নাই? (অলপ নীৰৱ হয়) অনন্তৰাম! অনন্তৰাম। বিশ্বাস ঘাটক! ৰাজ্যৰ লোভত মোক বন্দী কৰিলি! কিন্তু যদি কোনো ৰকমে মুক্তি পাওঁ—(হঠাৎ উত্তেজিত হৈ) তেন্তে তোক টুকুৰ টুকুৰকৈ কৰি জগতক দেখাম যে বিশ্বাস ঘাটকৰ পৰিণাম কি! কিন্তু—অময়ানন্দই কি মোৰ বন্দীৰ সংবাদ শুনা নাই? নাই,—কোনো নাই। চন্দ্ৰা তোমাৰ কথা মনত পৰিলে শোকত বিহ্বল হওঁ! কি কৰিম চন্দ্ৰা—সকলো দুৰ্ভাগ্য। ৰাণী! তুমি কেনেকৈ দিন অতিবাহিত কৰিছা? সংসাৰত কোনো মিত্ৰ নাই—সকলো বিশ্বাস ঘাটক—ঠগ—প্ৰবঞ্চক। (লাহে লাহে সৈনিক বেশে বল্লভসেনৰ প্ৰৱেশ)

বল্লভসেন :—(লাহেকৈ) মহাৰাজ!

দুৰ্জ্জয়সিংহ :—কোন?

বল্লভসেন :—মই এজন সামান্য সৈনিক।

দুৰ্জ্জয়সিংহ :—পানী আনিছা?

বল্লভসেন ঃ—নাই অনা মহাৰাজ। আপুনি এই মুহূৰ্ত্তেই ইয়াৰ পৰা পলাই যাওক।

দুৰ্জ্জয়সিংহ ঃ—কিয় ? তুমি কোন ?

বল্লভসেন ঃ—মই আপোনাৰ সেৱক বল্লভসেন। ৰাজ্যত ভীষণ গণ্ডগোল আৰম্ভ হৈছে। মই সকলো গোপনে শুনি আহিছো যে অমৰ্য়ানন্দই অলপ পিচতে আহি আপোনাৰ জীৱন শেষ কৰিব।

দুৰ্জ্জয়সিংহ ঃ—অমৰ্য়ানন্দই ? ওহো—মোৰ বিশ্বাস নহয়।

বল্লভসেন ঃ—ধ্ৰুৱ সত্য। এই ষড়যন্ত্ৰৰ মূল একমাত্ৰ অমৰ্য়ানন্দ। লগত সহায়কাৰী আছিল অনন্তৰাম ; এতিয়া অনন্তৰাম সিপুৰিত। ব্ৰজসিংহৰ যোগ আছে।

দুৰ্জ্জয়সিংহ ঃ—অনন্তৰামৰ মৃত্যু হল ?

বল্লভসেন ঃ—সেই পাপীষ্ঠৰ জীৱন শেষ কৰিলো। এতিয়া মাত্ৰ বাকী আছে অমৰ্য়ানন্দ আৰু ব্ৰজসিংহ।

দুৰ্জ্জয়সিংহ ঃ—বল্লভসেন ! ভাই ! মই তোমাক অযথাত অনেক কষ্ট দিলো। সকলো এতিয়া বুজিব পাৰিছো।

বল্লভসেন ঃ—পলম নকৰিব ; আহক ( কাৰাগাৰৰ পৰা মুক্ত কৰে )। বন্দীবিলাক এতিয়া মতলিচত আছে। এই সুবিধাতে আপুনি এই স্থান পৰিত্যাগ কৰক।

দুৰ্জ্জয়সিংহ ঃ—কিন্তু তোমাৰ অৱস্থা কি হব ?

বল্লভসেন ঃ—মোৰ কাৰণে চিন্তা নকৰিব। [illegible] আপোনাৰ মঙ্গল কামনা কৰাই আমাৰ কৰ্ত্তব্য।

দুৰ্জ্জয়সিংহ :—বল্লভসেন! তুমি মানুহ নহয় দেৱতা (বেগে প্ৰস্থান)

বল্লভসেন :—ভগৱান! কাৰ্য্য সিদ্ধি কৰিবা। আজি প্ৰজাৰ মঙ্গলৰ কাৰণেই সম্ৰাটৰ পৰিবৰ্ত্তে মই আহি বন্দী শালত মূৰ পাতিছো।

(হাতত ছুৰি লৈ অময়ানন্দ সোমাই আহে)

অময়ানন্দ :—(আহোতে আহোতে) লাগে— সিংহাসন লাগে ৰাজ-সিংহাসন। এই সিংহাসনৰ কাৰণেই অময়ানন্দই কঠোৰ ব্ৰত পালন কৰি আজি আশাৰ দুৱাৰ দলিত কৰি দিছে। স্বাৰ্থ—স্বাৰ্থই মানুহৰ একমাত্ৰ ধ্যান সংসাৰত জীৱ মাত্ৰেই স্বাৰ্থৰ বশীভূত। ই কি! মোৰ হাত কঁপিছে কিয়? স্থিৰ হ অময়ানন্দ ধৈৰ্য্য ধৰ।

(কাৰাগাৰৰ দুৱাৰ খুলি বল্লভসেনৰ গালৈ ছুৰি মাৰে। কিন্তু ছুৰি বল্লভসেনৰ গাত নপৰি মাটিত পৰে)

বল্লভসেন :— সাৱধান।

অময়ানন্দ :—ই কি! বল্লভসেন! মহাবাহু কলৈ গল? বিশ্বাস ঘাটক তোৰ এই চক্ৰান্ত। বন্দী—বন্দী

(বল্লভসেনক পৰাপাৰি এৰি পেলাব খোজে)

বল্লভসেন :—[illegible] অময়ানন্দৰ [illegible] মাটিত পৰি যায়)। বন্দী [illegible] এই স্থান পৰিত্যাগ কৰক। (বেগে প্ৰস্থান)

## চতুৰ্থ দৃশ্য

স্থান :—গৌৰাঙ্গ আশ্ৰমৰ একাংশ

[ অময়ানন্দ আৰু ভাগীৰথ ]

অময়ানন্দ :—দুৰ্গা! দুৰ্গা! দুৰ্গা! বহুত আগ বাঢ়িলো আৰু পিচলৈ নাযাও। অনন্তৰামৰ মৃত্যুত যদিও মোৰ সিংহাসনৰ ছবি সন্মুখত জিলিকি উঠিছে তথাপি যেন প্ৰাণত এটা ঘোৰ আতঙ্কৰ সৃষ্টি হৈছে। ইমান কৌশলৰ দ্বাৰা মহাৰাজক বন্দী কৰিলো সকলো নিষ্ফল হল। এইবাৰ নতুন কৌশল অবলম্বন কৰিব লাগিব। মোৰ চিৰদিনৰ লক্ষ্য এই অৰন্তীৰ সিংহাসন। প্ৰভু মই তোমাৰ চৰণাশ্ৰিত, তুমি মোক ৰক্ষা কৰা।

ভাগীৰথ :—প্ৰভু! কোনো চিন্তা নকৰিব। অনন্তৰাম মৰিল ভালেই হল; তাৰ পেটত আমাৰ প্ৰতি বৰ কপট ভাব আছিল। আমি গোৰোক্ষপুৰলৈ গৈ তাৰ পাহাড়ীবিলাকৰ লগত বন্ধুত্ব কৰি সিহতৰ পৰা সাহায্য বিচাৰো।

অময়ানন্দ :—উত্তম যুক্তি। গৌৰাঙ্গ মহাপ্ৰভুৰ কৃপাত আমাৰ সকলো কাম সিদ্ধি হব। ভাগীৰথ! তুমি এটা অতি গোপনীয় কাম কৰিব লাগিব। আমাৰ এই প্ৰত্যেক কামতে বাধা [illegible] কৰিছে একমাত্ৰ

বল্লভসেনে। তাক শেষ কৰিব পাৰিলেই আমাৰ আশাৰ ডুৱাৰ মুকলি হব। [ ভাগীৰথক এপাত কাঁড় দি ] লোৱা এই বিহ কাঁড়। হাবিৰ মাজৰ পৰা তালৈ লক্ষ্য কৰি মাৰিবা।

ভাগীৰথ :—( কাঁড় লয় ) প্ৰভুৰ আশীৰ্ব্বাদত সকলো কাৰ্য্য সামাধা হব। এটা কথা প্ৰভু। আপোনাৰ ভাগ্য' ৰবি উদয় হলে এই নিঃকিনৰ প্ৰতি নাপাহৰিব। এটা ডাঙৰ পদৰ কাৰণে বৰ আশা কৰিলো।

অময়ানন্দ :—তোমাক মই প্ৰধান মন্ত্ৰী পাতিম ভাগীৰথ। তাৰ কাৰণে চিন্তা নকৰিবা। ( স্বগতঃ ) বাওনাই আকাশৰ চন্দ্ৰ ধৰিবলৈ বিচাৰে। মোৰ কাৰ্য্য সামাধা হলেই তোমাৰ আয়ুস বেছি দিন নাথাকিব। ব্ৰজসিংহবো একে দশাই হব।

( নেপথ্যত "অৱন্তী ৰাজৰ জয়" )

ভাগীৰথ :—প্ৰভু! সৰ্ব্বনাশ হল। এতিয়াহে মৰিলো। ৰজাৰ সেনা এইফালে আহিব লাগিছে।

অময়ানন্দ :—মহাৰাজে এতিয়াও মোক ৰাজদ্ৰোহী বুলি ভ'বা নাই।

[ হাতত অস্ত্ৰ লৈ ৰাণী বজ্ৰা ছুটা, সৈন্য ; আৰু ৰণধীৰৰ প্ৰবেশ ]

ৰাণী :—[ উত্তেজিত ভাৱে এফেৰে অময়ানন্দৰ কালৈ চাই থাকি ] পুনৰ তৰোৱাৰ আঘাতক সহক।

অমৰানন্দ :—ইকি মহাবাণী? মোৰ প্ৰতি ইমান দয়া কৰিছে কিয়?

চন্দ্ৰা :—কেৱল তোমাৰ কূট বুদ্ধিৰ দ্বাৰাই মোৰ উমাৰ নিৰ্ব্বাসন আৰু তোমাৰ কৌশলৰ দ্বাৰাই মহাৰাজ বন্দী হৈছিল।

অমৰানন্দ :—মোৰ দ্বাৰাই।

চন্দ্ৰা :—নিশ্চয় তোমাৰ দ্বাৰাই।

ৰণবীৰ :—ৰাজদ্ৰোহীক ক্ষমা কৰা অন্যায়। মহাৰাজৰ আদেশত তুমি বন্দী।

অমৰানন্দ :—বিনা অপৰাধত মোক বন্দী কৰাৰ কাৰো ক্ষমতা নাই। মই গৌৰাঙ্গ মহাপ্ৰভুৰ সেৱক। ৰাজ কাৰ্য্যৰ লগত মোৰ কোনো সম্বন্ধ নাই।

ৰণবীৰ :—বিশ্বাস ঘাটক! তই গৌৰাঙ্গ প্ৰভুৰ নামত কলঙ্ক আনিলি। পাপীষ্ঠ। ভণ্ড তপস্বী হৈ পৰৰ সৰ্ব্বনাশ কৰিবলৈ উদ্যত হৈছ। নীচ কুলাঙ্গাৰ তোৰ কাৰণেই আজি অৰন্তীত অশান্তিৰ সৃষ্টি হৈছে।

অমৰানন্দ :—তেন্তে মোৰ দেহ ৰক্ষীৰ আৱশ্যক হৈছে।

[ বাহীঁ বজায় কেইটামান সৈন্যৰ প্ৰবেশ। ]

চন্দ্ৰা :—ইকি সকলো ষড়যন্ত্ৰ ধৰা পৰিছে। [illegible] সৈন্য কত পালে।

ৰণবীৰ :—সৈন্যবোৰ অমৰানন্দক বন্দী কৰ।

অমৰানন্দ :—অমৰানন্দ ইমান দুৰ্ব্বল নহয় যে সহজে
কাৰ্য্য সিদ্ধি কৰিবা। আহা শক্তি পৰীক্ষা কৰা।
[ যুদ্ধ কৰি প্ৰস্থান ]

# পট পৰিবৰ্ত্তন।

[ নেপথ্যত "জয় মহাৰাজ দুৰ্জ্জয়সিংহৰ জয়" ]
[ যুদ্ধ কৰি বল্লভসেন আৰু ব্ৰজসিংহৰ প্ৰবেশ ]

ব্ৰজসিংহ :—মোৰ ভাতৃ বধৰ উপযুক্ত পুৰস্কাৰ পাবি।

বল্লভসেন :—তোৰ ক্ষুদ্ৰ শক্তি বল্লভসেনৰ দুৰ্দ্দমনীয় শক্তিৰ
সন্মুখত কিমান সময়?

ব্ৰজসিংহ :—বৃথা বাক্য কিবা প্ৰয়োজন।
এৰ অস্ত্ৰ আস্ফালন কৰ—
অস্ত্ৰ মুখে বীৰত্বৰ দে পৰিচয়।

বল্লভসেন :—বৃথা গৰ্ব্ব ব্ৰজসিংহ।
[illegible] তোৰ মৃত্যু অচিৰে।

ব্ৰজসিংহ :—মৃত্যু তোৰ অনিবাৰ্য্য

[যুদ্ধ কৰি প্ৰস্থান]

## পঞ্চম দৃশ্য

### স্থান—জপলুৰ ঘৰ।

### জটীল আৰু উমাকান্তি

জটীল :—আই! তুমি এনেকৈ কিয় কান্দি থাকা আই? মোৰ বৰ দুখ লাগে।

উমা :—সোণ! মই ভাগ্যহীনা সেই কাৰণেই তই আজি এনেদৰে হাবিত থাকিব লগা হৈছে। তোৰ কষ্ট দেখি কান্দিছো সোণ।

জটীল :—ৰিণুহঁতে মোক মোৰ পিতাৰ কথা সোধে। মই নাজানো বুলি কওঁ। কোৱাচোন আই মোৰ পিতা কোন? তেওঁৰ নাম কি?

উমাকান্তি :—উঃ! ভগবান।

জটীল :—কোৱাচোন আই। লগৰীয়া বিলাকে মোক সদাই আমনি কৰি থাকে। মোৰ বৰ আগ্ৰহ হৈছে।

উমাকান্তি :—অধৈৰ্য্য নহবা সোণ। মোৰ অন্তৰত আঘাত নিদিবা।

জটীল : —এইটো কথা সুধিলে তোমাৰ আঘাট লাগেনে কি?

উমাকান্তি :—ইমান দৰে কোৱাতো যদি ক্ষান্ত নহল তেন্তে কওঁ শুনা—দুৰ্ব্বাসাৰ বৰত তোমাৰ জন্ম হৈছে। সেই কাৰণেই সমাজৰ আদেশত মোৰ পিতাই মোক বনলৈ খেদাই দিছে।

জটীল :—শুদ্ধাচাৰী মহৰ্ষি দুৰ্ব্বাসাৰ বৰত মোৰ জন্ম হোৱাৰ কাৰণেই সমাজৰ আদেশত ককাই তোমাক নিৰ্ব্বাসিত কৰিলে? ই কি আচৰিত কথা! তেন্তে দুৰ্ব্বাসাই সতী বুলি তোমাৰ কথা ৰজাক নকয় কিয়?

উমা :—তথাপি সমাজে নামানে শোণ। নিৰ্ম্মম সমাজে দুৰ্ব্বাসাৰ সত্যবাণী কোনো ৰকমেই বিশ্বাস নকৰে।

জটীল—এই আৰ্য্য সমাজৰ ইমান স্পৰ্দ্ধা। বিনা অপৰাধত তোমাক ইমান যন্ত্ৰনা দিছে। তোমাৰ পুত্ৰই সমাজৰ মেৰুদণ্ড ভাঙি সতী নাৰীৰ প্ৰতি কৰা অবিচাৰৰ প্ৰতিশোধ লম।

(গাত না-না বৰণৰ চৰাই পাখী আঁৰি আৰু প্ৰত্যে-কেই এধাৰ ফুলৰ মালা লৈ বিণু, বিমু, জিমু, লৰি আহে)

বিণু, বিমু, জিমু—(জটীলৰ মূৰত ফুলৰ মালা দি) দেও ৰাজা কি জয়!

জটীল :—তোমালোকে মোক এইবোৰ কি কৰিছা?

বিমু :—আমি তোমাক আজিৰ পৰা দেও ৰজা পাতিছো।

জটীল :—মই ৰজা নহও বিমু। মই অসতীৰ গৰ্ভত জন্ম লৈছো।

জিমু :—তথাপি তুমি আমাৰ ৰজা।

জটীল :—মই জানো ৰজাৰ যোগ্য?

বিণু :—অনেক যোগ্য—অনেক যোগ্য।

জটাল—মই এটা হাবিয়ে হাবিয়ে ঘুৰি ফুৰা মূল্যহীন লৰ। মোৰ ঘৰ নাই, দুৱাৰ নাই, ককাই, ভাই, বন্ধু কোনো নাই। তেন্তে মই কেনেকৈ দেওবজা হম ?

জিনু ইঃ! তোমাৰ কোনো নাই ?

খিনু, খিণু—তুমি আমাৰ ঠিক দেও বজা।

( তিনিয়ো জটালৰ চাৰিওফালে ঘুৰি ঘুৰি নাচি গান গায় ; এনেতে জপলু আহিল )

জপলু :—তহঁতৰ ইমান মিলা প্ৰীতি দেখি বৰ ভাল লাগিছে। উমা ! চোৱাচোন ; ইহঁতৰ মনত কিমান আনন্দ !

উমাকান্তি—এনে আনন্দৰ সোতত গোটেই জীৱন অতি-বাহিত কৰি মানুহ কেইজন সুখী হব পাৰিছে ?

জপলু :—আই উমা ! আমি পাহাড়ী অতি নীচ জাতি। আমাৰ ভাল ঘৰ-দুৱাৰ নাই, শিক্ষা নাই, খোৱাৰ বাচ-বিচাৰ নাই, ভদ্ৰতা নাই একো নাই। কিন্তু আমাৰ আছে মনৰ পবিত্ৰ ভাব, অহিংস নীতি। আমি কাকো হিংসা কৰিব নাজানো, চুৰ কৰিব নাজানো। গতিকে খোলা অন্তঃকৰণেৰে সকলোকে আশীৰ্ব্বাদ কৰো। লোকৰ উন্নতি হোৱা দেখিলে আমি বৰ ভাল পাও। নিজৰ প্ৰাণ গলেও আমি মিছা কথা নকওঁ। বনৰ ফল মূল খাই বনৰীয়া জন্তুৰ [illegible] পূজা কৰি নিজৰ [illegible] জীৱন

যাপন কৰিছো। কিন্তু তৈয়ালৰ শিক্ষিত সমাজৰ এনে কিয় মতি ভ্ৰম হৈছে কব নোৱাৰো। আমি অৱন্তীলৈ সৈন্য লৈ যাম বুলি ভাবিছিলো; কিন্তু তেনে নকৰো। প্ৰথমে অৱন্তীৰাজ আমাৰ কথাত মান্তি নহলেহে যুদ্ধৰ ব্যৱস্থা কৰিব লাগিব।

( নেপথ্যত দুৰ্ব্বাসাৰ ডম্বৰু শব্দ হয় )

উমাকান্তি—সেয়া দুৰ্ব্বাসা আহিছে।

( দুৰ্ব্বাসাৰ প্ৰবেশ, সকলোৱে দুৰ্ব্বাসাক সেৱা জনায়)

দুৰ্ব্বাসা—কল্যাণমস্তু—কল্যাণমস্তু।

জটীল :—( উমাৰ ওচৰলৈ আহি ) আই! এয়েনে সেই দুৰ্ব্বাসা?

উমাকান্তি —তোমাৰ আশীৰ্ব্বাদক।

জটীল—( দুৰ্ব্বাসাৰ প্ৰতি ) হে প্ৰভু? আপুনি মোৰ মাতৃক কিয় ইমান কষ্ট দিছে? আপুনি এজন জগতৰ শ্ৰেষ্ঠ তপস্বী হৈ এই ছাল ছিগা তিৰুহৰ প্ৰতি কিয় ইমান অবিচাৰ কৰিছে? আপোনাৰ হৃদয় ইমান কঠিন নে? আপোনাৰ প্ৰাণত আমাৰ প্ৰতি অকনমানো দয়াৰ ভাব উদয় হোৱা নাইনে? ( দুৰ্ব্বাসাৰ ভৰিৰ ওচৰত আঠু কাঢ়ি ) কওক দেৱ! আমাৰ মুক্তিৰ উপায় কৈ দিয়ক। ( উমালৈ দেখুৱাই ) সৌৱা মোৰ জননীৰ প্ৰতি লক্ষ্য কৰক। মুখত আনন্দৰ হাহি নাই, চকুত জ্যোতি নাই।

ক্ষীন দেহ, উঃ প্ৰভু (কান্দে) দিয়ক অভিশাপ দি ভস্ম কৰক।

( জপলু আৰু উমাই কান্দে। দুৰ্ব্বাসাই কিং কৰ্ত্তব্য বিমোৰ হৈ চাই থাকে )

দুৰ্ব্বাসা :—জটীল উঠা। নাকান্দিবা! দুৰ্ব্বাসাৰ প্ৰাণত আঘাট নিদিবা। আশীৰ্ব্বাদ কৰিছো তোমাৰ মঙ্গল হব। [ জপলুৰ প্ৰতি ] জপলু! কালিলৈ মোৰ লগত উমা আৰু জটীলক লৈ অৱন্তী ৰাজ্যলৈ যাব লাগে। শুনিছো অৱন্তীত ভীষণ গণ্ডগোল আৰম্ভ হৈছে অৰাজক হৈছে। [ হঠাৎ খণ্ডত উত্তেজিত হৈ ] যদি অৱন্তীৰাজে সমাজৰ আদেশত উমাক ৰাজ্যত স্থান নিদিয়ে তেন্তে তোমাৰ পাহাড়ী সৈন্য লৈ অৱন্তীৰাজ্য আক্ৰমণ কৰি ছাৰখাৰ কৰিব লাগিব। সমাজৰ কু নীতি নিৰ্ম্মূল কৰি সংস্কাৰ কৰিব লাগিব সভ্যতাৰ মুখা পিন্ধা নেতা সকলক কঠোৰ শাস্তি বিধান কৰিব লাগিব। দুৰ্ব্বাসাক অপমান কৰাৰ যোগ্য শাস্তি দিব লাগিব। সিহঁতে নাজানে যে দুৰ্ব্বাসাৰ মুখৰ এটা কথাত ৰাজ্য জল মল লগাব পাৰে।

জপলু :—ধৰ্ম্মতকৈ পৃথিৱীত কোনো ডাঙৰ হব নোৱাৰে। আই উমা! যাবৰ কাৰণে প্ৰস্তুত হোৱা।

দুৰ্ব্বাসা :—মাভৈ মাভৈ মাভৈ।

[ প্ৰস্থান ]

বিপু :—পিতা ! তুমি কলৈ যোৱা ? আমাৰ মইনাকো নিবানেকি ? আমি হলে মইনাক নিবলৈ নিদিও।

[ জটালক গবামাৰি ধৰে ]

[ এজন পথিকে গীত গাই আহে ]

পথিক [ গীত ]

দুনিয়াৰ বেপাৰ চমৎকাৰ
দুখীযা মৰে অনাহাৰে
ধনীয়ে ভেটি পকা কৰে
ভীক্ষাকৰি নাপায় ঘূৰি
কৰে মাত্ৰ হাহাকাৰ

## ৬ষ্ঠ দৃশ্য

স্থান—অৰণ্য

সময়—ৰাতিপুৱা

( অমৰানন্দ আৰু ভাগীৰথে চুচুক চামাককৈ ইফালে সিফালে চাই আহে )

অমৰানন্দ :—ভাগীৰথ ! দেখিছানে ? এই ঠাইতে আজি বল্লভসেনৰ টিকাৰ কলিৱলৈ মহাৰ কথা আছে।

ভাগীৰথ :—( বুজি বুজি, পুনলৈ লক্ষ্য কৰি ) সেইটোৱেই হব লাগে।

অমৰানন্দ :—( এজোপা গছত উঠি ) ঠিক হয়। এতে সোনালী সুযোগ, হেৰুৱালে আমাৰ মুৰ্খামী হব।

(গছৰ পৰা নামি) তুমি সৌ গছ জোপাত উঠি ভালকৈ লক্ষ কৰি কাড় এৰি দিয়া। খুব সাৱধানে কাম কৰিবা যাতে লক্ষ্য ভ্ৰষ্ট নহয়।

ভাগীৰথ :—(গছত উঠি) প্ৰভু! মোৰ কথনভাটো মঃ আছেনে ?

অময়ানন্দ :—কি কথা ?

ভাগীৰথ :—কিয় ? সিদিনাযে আপোনাক কৈছিলো। সেই—

অময়ানন্দ :—কি সেই ?

ভাগীৰথ :—এটা ডাঙৰ পদবীৰ কাৰণে ।

অময়ানন্দ :—তোমাৰ থকটো দেখোন বৰ বেছি দেখিছো। যি সময়ত যি কাম কৰিব লাগে তাকে নকৰি এইখন কিহৰ ফেদেলি পুৰান মেলিছা ?

ভাগীৰথ :—নহয় প্ৰভু! ঠিককৈ কওক। আমাৰ সিজনীয়ে কৈ পঠাইছিল যে কাৰ্য্য সামাধা কৰাৰ আগতে এটা খাটাং কৰিলেহে কাম আৰম্ভ কৰিবলৈ কৈছে। সেই কাৰণেহে আপোনাক এনেকৈ জুলুম কৰিছো।

অমৰানন্দ :—অময়ানন্দৰ বাক্য লঙ্ঘন নহয়। তুমি তোমাৰ কাম কৰি যোৱা। এতিয়া দেখিছো এনেকৈ থাকিলে শত্ৰু পলাই ফাট মাৰিব।

ভাগীৰথ :—(ভালকৈ দূৰলৈ লক্ষ্য কৰি) প্ৰভু! সেইটো বাৰভসেন নহয় যেন লাগিছে।

অময়ানন্দ :—মোৰ চকুতকৈ তোমাৰ চকুৰ দৃষ্টি বেছি নহয়।

ভাগীৰথ :—বল্লভসেন নহয় প্ৰভু।

অময়ানন্দ :—তুমি পদবী নোপোৱাৰ ভয়ত এইখন টাং বাং কৰিছানে কি ?

ভাগীৰথ :—টাং বাং কৰা নাই প্ৰভু। যি দেখিছো তাকেহে কৈছো। মোৰ নিজনীৰ মূৰত ধৰি কৈছো প্ৰভু! অসইত বাইক মোৰ মুখৰ পৰা ওলোৱা নাই। আপুনি কৈছে যেতিয়া মোৰ কোনো আপত্তি নাই। ( কাড় মাৰে দূৰত "উঃ মৰিলো" চিঞৰ হয় ) বহু, আজিৰ পৰা মই প্ৰধান মন্ত্ৰী হলো। ( গছৰ পৰা নামে হঠাৎ পিছ ফালৰ পৰা বল্লভসেন, গোপীকান্ত আৰু কেইটামান সৈন্য আহি ভাগীৰথ ও অময়ানন্দক আগুৰি ধৰে)

বল্লভসেন :—বান্ধিপেলা এই পাপীদুহঁতক।

(সৈন্যবোৰে অময়ানন্দ আৰু ভাগীৰথক বন্দী কৰে)

বল্লভসেন :- স্থিৰ হ। যদি এখোজ আগ বাঢ়ে তেন্তে বল্লভসেনৰ হাতত পৰিত্ৰাণ নাপাবি।

অময়ানন্দ—(বল্লভসেনৰ ফালে একেথৰে চাই থাকি) অপৰাধ?

বল্লভসেন :—তোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মই স্বীকৃত নহও।

অময়ানন্দ :—তোমাৰ [illegible] কি ?

বল্লভসেন :—স্তব্ধ হ' নীচ কুলাঙ্গাৰ।
পাপ মুখ নেদেখাবি মোক,
ভণ্ডামী তপস্বীৰ বেশে
শিকিছ ঠগ প্ৰবঞ্চনা।
বিসৰ্জ্জিলি স্নেহ মায়া আৰু উদাৰতা
বিসৰ্জ্জিলি দেশৰ কল্যাণ,
আৰু ৰজাৰ মঙ্গল কামনা—
দিম মই যোগ্য দণ্ড তোক,
গুৰু বুলি নকৰিম ক্ষমা।
ৰাজ্যলোভে অন্ধ হৈ পাপত ডুবলি
গৰ্ব্ব খৰ্ব্ব হব তোৰ ন্যায় বিচাৰত।

ভাগীৰথ :—দেউতা ঈশ্বৰ; মোক নাবান্ধিব। এখেতৰ হুকুমমতেহে মই গছত উঠি আপোনালৈ বুলি বিহ কাড় মাৰিছিলো। এতিয়া আপুনি দেখোন ইয়াতেই আছে। সিজননো কোন মৰিল কবই নোৱাৰো।

গোপীকান্ত :—কি কৈছাহে তুমি? তোমাকতো সেইবিলাক কথা শোধা নাই।

বল্লভসেন :—সকলো বুজিছো। অমৰানন্দৰ বুদ্ধি পৰামৰ্শত কিয় এনে কু-কাম কৰিছিলি?

ভাগীৰথ :—কি কম দেউতা ঈশ্বৰ। প্ৰধান মন্ত্ৰীৰ বাৰ দিও বুলি আশা দিয়াত মৰো জিও নোঁ-আখিকৈ

এই যেন্বা কাৰ্য্য কৰিবলৈ আহি ফাণ্ডত পৰিলোহি। উঃ! মোৰ সিজনীৰ অৱস্থা কি হব।

( কান্দে )

বল্লভসেন:—(হাঁহি মাৰি) এতিয়াহে প্ৰধান মন্ত্ৰীতকৈয়ো ডাঙৰ বাৰ পাইছা।

অময়ানন্দ:—মোৰ যি কৰ লগা আছে সকলো মহাৰাজৰ ওচৰত ডাঙি ধৰিম।

( ৰণবীৰৰ প্ৰবেশ )

ৰণবীৰ:—ই কি দৃশ্য দেখিলো। এটা মানুহৰ চিএঞৰ শুনি মই গোটেই হাবি পাত্ত পাতকৈ বিছাৰি অৱশেষত ব্ৰজসিংহ পৰি থকা অৱস্থাত দেখা পালো তাৰ গাত এডাল কাড় সোমাই আছে। চিক্‌াৰৰ কাৰণে উপযুক্ত দুটা ঘোৰা লৈ আহিছিলো।

গোপীকান্ত:—আজি জন্তুৰ বদলি মানুহ চিকাৰহে হল।

ৰণবীৰ:—ইহঁত মানুহ নহয়। প্ৰকৃততে পশু। পশুতকৈয়ো ইহঁত অতি অধম।

বল্লভসেন:—আহা গোপীকান্ত; এতিয়া মহাৰাজৰ ওচৰলৈ যাওঁ।

( অময়ানন্দ আৰু গোপীকান্তক লৈ সকলোৰে প্ৰস্থান )

## সপ্তম দৃশ্য

স্থান—ৰাজদৰবাৰ
সময়—আবেলি

( দুৰ্জ্জয়সিংহ সিংহাসনত বহি থাকে। ওচৰত নৱৰত্ন মন্ত্ৰী আৰু অন্যান্য পাৰিষদ সকল। নৰ্ত্তকী বিলাকে গান গাই গুছি যায় )

দুৰ্জ্জয়সিংহ :—মন্ত্ৰী ! ষড়যন্ত্ৰকাৰীৰ দল এতিয়াও ধৰা নপৰিল। অনন্তৰামৰ মৃত্যুৰ বাহিৰে কোনো সু-সংবাদ বৰ্ত্তমান পোৱা নাই। গৌৰবৰ শ্ৰেষ্ঠতম আসনত অধিষ্ঠিত হৈ প্ৰজা সন্তুষ্টৰ কাৰণে মোৰ নিজ কন্যাক নিৰ্ব্বাসিত দণ্ড বিধান কৰি ৰাজ-নীতিৰ নিয়ম অতিক্ৰম কৰা নাই। তথাপি সেই সুবিধাকে আশ্ৰয় লৈ এটা দলে ৰাজদ্ৰোহ আচৰণ কৰিছে।

নৱৰত্ন :—মহাৰাজ ! এই ব্যভিচাৰৰ সোতত সংসাৰৰ ধৰ্ম্ম কৰ্ম্ম সকলো উটি যাব। ক্ষন্তেকীয়া উত্তেজনাত মানুহে হিতা-হিত বিবেচনা নকৰি কাম কৰিলে তাৰ পৰিণাম ভোগ কৰিব লাগে। অধৈৰ্য্য নহব ; ভগ-বানে অৱন্তী ৰাজ্যত পুনৰ শান্তিৰ প্ৰতিষ্ঠা কৰিব। অ' সৌৱা বল্লভসেন আৰু ৰণবীৰ আহিছে।

( অময়ানন্দ আৰু ভাগীৰথক বান্ধি লৈ বল্লভসেন, ৰণবীৰ আৰু গোপীকান্তৰ প্ৰবেশ )

বল্লভসেন :—দেশদ্ৰোহীক লৈ আহিছো মহাৰাজ।

দুৰ্জ্জয়সিংহ ঃ—তোমাৰ ৰাজ-ভক্তিত মই বৰ সন্তুষ্ট হৈছো। যদি এনে দেশভক্ত সন্তান মোৰ ৰাজ্যত থাকে তেন্তে কোনো শক্ৰয়েই আমাৰ গৌৰব নষ্ট কৰিব নোৱাৰে।

নবৰত্ন ঃ—ধন্যবাদ বল্লভসেন। তোমাৰ কাৰ্য্যত ৰাজ্যৰ সকলো প্ৰজাই আনন্দ প্ৰকাশ কৰিছে।

দুৰ্জ্জয়সিংহ ঃ—মন্ত্ৰী! এতিয়া অময়ানন্দ আৰু ভাগীৰথৰ কি ব্যৱস্থা কৰা হব ?

নবৰত্ন ঃ—প্ৰথমতে অময়ানন্দৰ মতামত প্ৰকাশ কৰক।

দুৰ্জ্জয়সিংহ ঃ—উত্তম! অময়ানন্দ! তুমি আৰু গোপীকান্তই ৰাজদ্ৰোহ আচৰণ কৰি ৰাজ্যত বিশৃঙ্খলতাৰ সৃষ্টি কৰিছা। তুমি জানানে, ৰাজদ্ৰোহীৰ শাস্তি কিমান কঠিন ?

অময়ানন্দ ঃ—মহাৰাজ! মই ৰজাৰ বিদ্ৰোহ আচৰণ কৰা নাই। কোনো কু অভিসন্ধিত লিপ্ত হোৱা নাছিলো! মই আপোনাৰ অনুগ্ৰহত গৌৰাঙ্গ [illegible]ভুৰ মন্দিৰত সদাই ৰাজ্যৰ মঙ্গলৰ কাৰণে পূজা অৰ্চ্চনা কৰিছিলো। কিন্তু অনন্তৰামৰ দ্বাৰাই ৰাজ্যত ভৱিষ্যতে অমঙ্গল হোৱাৰ সন্দেহ কৰি তেওঁৰ পক্ষ গ্ৰহণ কৰি কূট চক্ৰান্ত ব্যৰ্থ কৰিবলৈ চেষ্টা কৰিছিলো। এই কাৰণেই যদি মই ৰাজদণ্ড স্বীকাৰ কৰিব লাগে তেন্তে [illegible]পাত কৰবলৈ একো নাই।

বল্লভসেন :—তুমি ৰজাৰ মঙ্গলৰ কাৰণেই অবন্তী ৰজাক বন্দী কৰি হত্যা কৰিবলৈ গৈছিলা।

অময়ানন্দ :—সম্পূৰ্ণ মিছা।

দুৰ্জ্জয়সিংহ :—নকবা! ভাগীৰথ! তোমাৰ মন্তব্য প্ৰকাশ কৰা।

ভাগীৰথ :—স্বৰ্গদেৱ! এই নিঃকিনে নিজ ইচ্ছাই আপোনাৰ অমঙ্গল কামনা কৰা নাই। কি কম দেউতা ঈশ্বৰ! মোক বেয়া গ্ৰহে লগ ললে। সেই কাৰণে গোপীকান্ত বাহিৰ হৈ আহি বৰ ভাল কাম কৰিলে। মোক বিষয়াৰ বাব দিও বুলি গৌৰাঙ্গ মহাপ্ৰভুৰ সেৱক অময়ানন্দই আশা দিয়াত তেখেতৰ কামত সহায় কৰিছিলো কিন্তু আপোনাৰ প্ৰাণ নাশ কৰিবলৈ সমূলি ভবা নাই।

বল্লভসেন :—মহাৰাজ! আমি চিকাৰ কৰিবলৈ যাওতে অময়ানন্দৰ বুদ্ধি পৰামৰ্শত ভাগীৰথে আমালৈ লক্ষ্য কৰি এপাত বিহ-কাড় মাৰিছিল। কিন্তু দুৰ্ভাগ্য বশতঃ সেই কাড় ব্ৰজসিংহৰ গাত লাগি মৃত্যু হল।

নৰৰত্ন :—সত্যৰ সদায় জয়।

দুৰ্জ্জয়সিংহ :—অময়ানন্দ! তুমি ৰাজদ্ৰোহী বুলি প্ৰমান হৈছে। এই গুৰুতৰ অপৰাধৰ ক্ষমা নাই। যি ৰাহিৰে ভণ্ড তপস্বীৰ বেশ ধৰি এনেন ৰাজ্যৰ অমঙ্গল সাধন কৰিবলৈ কুণ্ঠিত নহয়, তেনে দেশ-

দ্ৰোহীক ভগবানেও ক্ষমা নকৰে। তুমি পাপী। গৌৰাঙ্গ প্ৰভুৰ নামত তুমি কলঙ্ক আনিলা; ৰজাৰ বিৰুদ্ধাচৰণ কৰিছা। গতিকে তোমাক প্ৰাণদণ্ডৰ হুকুম দিলো। ঘাটক (ঘাটকৰ প্ৰবেশ) এই পাপীষ্ঠক কাৰাগাৰলৈ লৈ যা।

অময়ানন্দ :—মহাৰাজ! মোৰ জীৱন দান দিয়ক।

দুৰ্জ্জয়সিংহ :—চুপ! দুৰ্জ্জয়সিংহৰ ওচৰত ঠগ-প্ৰৱঞ্চকৰ ক্ষমা নাই। ঘাটক লৈ যা। (ঘাটকে অময়ানন্দক লৈ যায়) ভাগীৰথ! তুমি অময়ানন্দৰ কূট চক্ৰান্তত সহযোগ থকাৰ অপৰাধত নিৰ্ব্বাসন দণ্ডে দণ্ডিত কৰিলো। যোৱা এই মুহূৰ্ত্তেই অৱন্তীৰাজ্য পৰিত্যাগ কৰা।

ভাগীৰথ :—স্বৰ্গদেৱ! মোৰ লৰা ছোৱালীৰ অৱস্থা কি হব? মোক ক্ষমা কৰক।

দুৰ্জ্জযসিংহ :—ক্ষমা নাই। এনে বিষাক্ত মানুহক আশ্ৰয় দিলে পুনৰ ৰাজ্যত অশান্তি হব। যোৱা দূৰ হোৱা।

(ভাগীৰথৰ প্ৰস্থান)

নৰৰত্ন :—উচিত বিচাৰ হৈছে। যেনে কাম তেনে ফল ভোগ কৰিবই লাগিব।

(দূতৰ প্ৰবেশ)

দূত :—মহাৰাজ! আপোনাৰ [illegible] কাৰণে ৰাজ্যত কেইজনমান "[illegible]" [illegible] কৰিছে।

দুৰ্জ্জয়সিংহ ষা লৈ আহ। (দূতৰ প্ৰস্থান)

নবৰত্ন :—(স্বগতঃ) কোন মানুহ হঠাৎ ইয়ালৈ আহিল?

(দূত সহ জপলু, বিনু, জিনু, বিষু আৰু জটীলৰ প্ৰবেশ)

জপলু :—বান্দেগী মহাৰাজ।

দুৰ্জ্জয়সিংহ :—তোমালোক কোন? কৰ পৰা আহিছা?

জপলু :—আমি বহুত দূৰৰ পৰা আহিছো।

জটীল :—এয়ে সেই মোৰ মাতামহ।

দুৰ্জ্জয়সিংহ :—উদ্দেশ্য?

জপলু :—উদ্দেশ্য বিশেষ একো নাই। কেবলীং আমি ভগবানৰ নাম গাই দেশে দেশে ঘূৰি ফুৰো আৰু এই মইনাই দুই এটা গান গাযো মনুহৰ সুখ-দুখৰ পোহৰ দিব পা'ৰে।

দুৰ্জ্জয়সিংহ :—(জটীলক) বাৰু তুমি এটা গান গোৱাচোন

জটীল :— (গীত)

দুৰ্ব্বসৰ বৰত পুত্ৰ জন্ম হলত
ৰাজ কন্যা হল নিৰ্ব্বাসিত
ৰাজকন্যা উমাই ফুৰে ইনাই বিনাই
পুত্ৰ আজি তোমাৰ আগত
মোৰ মাতৃ উম্মাদিনী
সমাজৰ কলঙ্কিনী
স্থান নাই অৱন্তীৰাজ্যত।

দুৰ্জ্জয়সিংহ :—(বিস্ময়ে) মোৰ অসতী কন্যা উমাৰ,

পুত্ৰ তুমি ?

জটীল :—সাৱধান মহাৰাজ ! এই কথা উচ্চাৰণ নকৰিব। দুৰ্ব্বাসাৰ আশীৰ্ব্বাদত পুত্ৰ জন্ম হৈছে। এনে স্বেচ্ছাচাৰিতা জঘন্য কামৰ কাৰণে আপোনাৰ সন্মুখত মই ধৰ্ম্ম অস্ত্ৰ লৈ ঠিয় হৈছো। চাওঁ কাৰ সাধ্য আছে যে মোৰ এই ন্যায়ৰ অভিযান ব্যৰ্থ কৰিব পাৰে ?

দুৰ্জ্জয়সিংহ :—( জপলুৰ প্ৰতি ) মহাত্মন ! এই ঘটনা সত্য ?

জপলু :—সত্য, অসত্যৰ বিচাৰৰ ভাৰ ভগবানৰ ওপৰত।

দুৰ্জ্জয়সিংহ :—( জটীলক )

কোন তুমি উন্মাদ যুবক ?
গুচোৱা সংশয দিয়া পৰিচয
কি বেদনা হৃদয়ত তোমাৰ ?

জটীল :—জ্ঞান শূন্য সমাজৰ কি এতিয়াও চেতনা অহা নাই ?

সকলো'ৱে :—( ঠিয় হৈ অস্ত্ৰ দাঙে ) সাৱধান যুবক।

জটীল :—ক্ষমা কৰিব সভাসদ সকল।

( উমাকান্তি সহ দুৰ্ব্বাসাৰ প্ৰবেশ )

দুৰ্ব্বাসা :—উন্মাদ তুমি মহাৰাজ ! এই সুৰ্ব্বাৰ্থক আশীৰ্ব্বাদ কৰিবলৈ এবাৰো তোমাৰ হাত নুঠিল ? অৱন্তীৰাজ ! অভিমান ত্যাগ কৰা। এই দেৱ-বস্তু আৰু এই দেৱীক তুমি গ্ৰহণ কৰি অৱন্তীত পুনৰ শান্তি স্থাপন কৰা। নতুবা দুৰ্ব্বাসাৰ অভিশাপত ধ্বংস হবা।

উমাকান্তি —( দুৰ্জ্জয়সিংহৰ ওচৰলৈ গৈ ) পিতা ! ( সেৱা কৰে )

দুৰ্জ্জয়সিংহ :—(পিচলৈযায়)—

দুৰ্ব্বাসা :—এতিয়াও—

দুৰ্জ্জয়সিংহ :—ক্ষমা কৰিব ঋষি।

দুৰ্ব্বাসা :—[ খণ্ডত অধীৰ হৈ দুৰ্জ্জয়সিংহলৈ একেথৰে চাই থাকি ]

দুৰ্ব্বাসাক অপমান ?
অত্যাচাৰী ৰজা, পাহৰিলা
ধৰ্ম্ম-কৰ্ম্ম পাপৰ বোজাত ?
অবহেলি বাক্য দুৰ্ব্বাসাৰ—
সমাজৰ কল্যাণৰ হেতু
নিৰ্ব্বাসন দিলা তব সতী ৰমনীক ?
অযোগ্য অযোগ্য তুমি
প্ৰজাপালনৰ ;
পৰিত্ৰান নাপাবা ৰাজন ;
ব্ৰহ্ম অভিশাপে
কৰিম সৃষ্টিৰ বুকত প্ৰলয় সৃজন।
চোৱা চোৱাহে ৰাজন,
মহাসতী উমাৰ কেনে কঠোৰ নিৰ্য্যাতন

[ চন্দ্ৰা লৰি আহি উমাক গৰামাৰি ধৰে। পিচে পিচে মনোমায়া আহে ]

চন্দ্ৰা :—উমা, উমা—আহ মোৰ বুকৰ ধন।

দুৰ্জ্জয়সিংহ :—[ খঙত উত্তেজিত হৈ ] ৰাণী! ৰাণী! কি কৰিলা? অসতী ভ্ৰষ্টা ৰমনীক স্পৰ্শ কৰিলা? ঘোৰ কলঙ্ক আনিলা? ছিঃ ছিঃ ছিঃ।

চন্দ্ৰা :—ৰজা! মোৰ অতি মৰমৰ উমা কেনেকৈ অসতী হল? মই কেতিয়াও এখিৰ নোৱাৰো।

দুৰ্জ্জয়সিংহ :—মোৰ হুকুমৰ ওপৰত কথা। কলঙ্কিনী—

[ ৰাণীক কাটিব ধৰে ]

জটীল :—[ দুৰ্জ্জয়সিংহৰ সন্মুখত থিয় হৈ বাধা দি ] সাবধান! অবন্তীৰাজ! নাৰীহত্যা মহাপাপ। নিজৰ প্ৰাণ দিয়ো মাতামহীক ৰক্ষা কৰিম।

দুৰ্ব্বাসা :—[ খঙত অধীৰ হৈ ]

হীন দুৰাচাৰ ৰাজন!
এয়েনেকি তোমাৰ কৰ্ত্তব্য পালন?
লোৱা লোৱা শীঘ্ৰে
এই মহাসতী উমাদেবীৰ পূজাৰ অৰ্ঘ্য।

উমাকান্তি :—নহয় নহয়; উমা অসতী।
চীৰদিন কলঙ্কৰ গুৰু ভাৰ ধাৰ্ক্কি—
ঘৰে ঘৰে ভিক্ষাৰিণী সাজে
দেখাম সতীৰ মূল্য এই জগতত।
আহ আহ জটীল মাতৃৰ লগত।
[ জটীলক হাতত ধৰি নিৰলৈ ধৰে ]

জটীল :—তেন্তে পৃথিৱীত কি ধৰ্ম্ম নাই? হে মহৰ্ষি! পাপৰ বিকৃত ছবি সন্মুখত জিলিকি উঠিছে তথাপি ভগবান নীৰব। ইও কি সম্ভব। নাই—নাই সংসাৰত ধৰ্ম্ম নাই ধৰ্ম্ম নাই। [ চিঞৰি উঠে ]

[ আকাশী বাণী হয়, "নাৰায়ণ আছে, ভগবান আছে, সতী—উমা মহাসতী, ভ্ৰষ্টা নহয় অসতী নহয় ]

সকলোৱে :—( আচৰিত হৈ ) ই কি দৈব্যবাণী।

দুৰ্ব্বাসা :—শুনা শুনাহে ৰাজন!

দৈব্যবাণী শুনা—
গুচিল মনৰ ভ্ৰান্তি
শুদ্ধ হ'ল সমাজৰ বা -ভক্তগন।
দুৰ্ব্বাসৰ বাক্য নহ'ব লঙ্ঘন। ( প্ৰস্থান )

দুৰ্জ্জয়সিংহ :—ইমান দিনৰ মোৰ ভুল ধাৰণা দূৰ হ'ল উমা। আহ—আহ—উমা। এই বৃদ্ধ পিতৃৰ প্ৰাণত শান্তি বৰ্ধন কৰ। আৰু জটীল, মই বৰ কষ্ট দিলোঁ।
( উমা কান্তি আৰু জটীলক আঁকোৱালি ধৰে )

উমা :—( দুৰ্জ্জয়সিংহৰ চৰণত ধৰে ) সচাঁকৈয়ে আপুনি মোৰ পিতৃ গুৰু।

দুৰ্জ্জয়সিংহ :—( জটীলক কোলাত লৈ ) জটীল! আজি মোৰ আনন্দত প্ৰাণ নাচি উঠিছে। সভাসদ সকল আজিৰ পৰা এই জটীলেই সিংহাসনৰ অধিকাৰী।
( জটীলক সিংহাসনত বহুৱাই )

সকলোৱে:—জয় মহাসতী উমাকান্তিৰ জয়; জয় কুমাৰ জটীন্দ্ৰৰ জয়।

দুৰ্জ্জয়সিংহ:—(জপলুক) মহাত্মন! আপুনি মোৰ কন্যা উমাক আশ্ৰয় দি অনেক কষ্ট ভোগ কৰিছে। আজি আপোনাৰ এই কৃতজ্ঞতাৰ কাৰণে মই কি দি আপোনাক সন্তুষ্ট কৰিম। আপুনি আপোনাৰ এই লৰাকেইটিৰ সহ মোৰ ৰাজ্যত বাস কৰক। আপোনাৰ কোনো অভাব নহব।

জপলু: ক্ষমা কৰিব মহাৰাজ। মই এটা সামান্য বনৰীয়া মানুহ। জঙ্ঘলতই মোৰ অতি উপযুক্ত স্থান আছে। মোক ৰাজ দৰবাৰ নালাগে। পোহৰ নালাগে। মোক লাগে অন্ধকাৰ।

দুৰ্জ্জযসিংহ:—সি কি কথা?

জপলু:—সত্য কথা, আজি আপুনি আনন্দত মতলিয়া হৈ মোৰ প্ৰতি যি আগ্ৰহ দেখুৱাইছে; এদিন পিচত সি ঘোৰ পৰিবৰ্ত্তন হব। মোৰ কাৰণে জঙ্ঘলেই মঙ্গল!

দুৰ্জ্জয়সিংহ:—(তললৈ মূৰ কৰে)।

চন্দ্ৰা:—যি গৌৰাঙ্গ মহাপ্ৰভুৰ পূন্য আশ্ৰমত ভণ্ড তপস্বী অভয়ানন্দৰ পাপ কাৰ্য্য চলিছিল, সেই পূন্য ভূমিত উমাকান্তিৰ ধৰ্ম্মৰ আশ্ৰম স্থাপিত হওক।

নবকান্ত:— মই সৰ্ব্বান্তঃকৰণেৰে এই কথা সমৰ্থন কৰিছো।

সকলোৱে :—জয় মহাসতী উমাকান্তিৰ জয়!

দুৰ্জ্জয়সিংহ :—আজি মোৰ জীৱনৰ কাৰ্য্যাৱলী উমাৰ ওচৰত পৰাজয় স্বীকাৰ কৰিলে। আহক মহাত্মন বিশ্ৰাম কৰকহি।

(সকলোৱে প্ৰস্থান)

## অষ্টম দৃশ্য

স্থান— গৌৰাঙ্গ মন্দিৰ

(মাজতে উমাক বহুৱাই চাৰিওফালে অৱন্তীৰ তিৰোতা সকলে নাম গায়। ধূপ-ধূনা-ফুল আদিৰে গোটেই মন্দিৰ সুশোভিত। উমাৰ গাত বগা কাপোৰ। ডিঙিত আৰু মূৰত ফুলৰ মালা। নাচনি বিলাকে গান গাই নাচি নাচি গুছি যায়। ধুলীয়া বিলাকে ধোল খোল বজাই আহি উমাক সেৱা কৰে। কুমাৰী সকলে উৰুলি দিয়ে)

উমা :—সচাকৈয়ে আজি মই নতুন জীৱন লাভ কৰিছো আয়তী সকল অ'পোনালোকে পেটত কপট নাৰাখি পৰস্পৰে মিলাপ্ৰীতিৰে থাকিবলৈ যত্ন কৰক অন্তৰ পবিত্ৰ ৰাখক। অন্তৰ পবিত্ৰ নাৰাখিলে কোনো কামেই সফল নহয়। নাৰীৰ যি কৰ্ত্তব্য তাক প্ৰতি আখৰেই পালন কৰক। কিছুমান ভুল ধাৰনাৰ বশবৰ্ত্তী হৈ নিজে নিজে তললৈ যাবৰ চেষ্টা নকৰিব।

জ্ঞানী হওক কৰ্ম্মী হওক। মনত ৰাখিব মানব জীৱন কৰ্ম্মময়। নিজৰ স্বামী গুৰুৰ প্ৰতি ভক্তি ৰাখি সন্তান সন্ততীৰ উন্নতি সাধন কৰি নাৰীৰ কৰ্ত্তব্য পালন কৰক।

মনোমায়া :—আইদেউ! আপোনাৰ জীৱন ধন্য। সুখৰ পিচত দুখ আৰু দুখৰ পিচত সুখ আছেই।

চন্দ্ৰা :—আজি অৱন্তীৰ পৰা সকলো অপায় অমঙ্গল দূৰ হল। ৰাজদ্ৰোহী ধ্বংস হল। আহা আজি আমি সকলোৱে ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰো।

(সকলোৱে হাত জোৰ কৰি প্ৰাৰ্থনা কৰে)

# পটক্ষেপ

—সমাপ্ত—

# লিখকৰ অন্যান্য কিতাপ।

১। পঁজাঘৰ ( উপন্যাস ) হাতে লিখা অৱস্থাত
২। চকুচৰহা ( উপন্যাস ) ,, ,, ,,
৩। অসম সন্ধ্যা ( নাটক ) ,, ,, ,,
৪। লুকা-ভূকি ( সামাজিক নাটক ) ,, ,,
৫। নিৰ্য্যাতন ( নাটক ) ,,
৬। অবন্তী কুমাৰী ( নাটক ) মূল্য— ১।০ অনা

## —অলপতে ওলাব—

পৰাজয় ( বুৰঞ্জী মূলক নাটক )



—::—